# মুকুন্দ মাধৱ শৰ্মা মানুহজন
# ভিন্নজনৰ অনুভৱ

সংকলন আৰু সম্পাদনা

**অশোক কুমাৰ গোস্বামী**

গুৱাহাটী
২০০৬

**MUKUNDA MADHAVA SHARMA MANUHJAN : BHINNA JANAR ANUBHAV** :- A collection of 'impressions' on eminent Indologist Professor Dr. M.M. Sharma, Compiled, edited and published by Dr. Ashok kumar Goswami, Retired Professor and Head, Department of Sanskrit, Gauhati University, Guwahati-14

---

প্ৰথম প্ৰকাশ

মে, ২০০৬

প্ৰকাশক ঃ অশোক কুমাৰ গোস্বামী

মূল্য ঃ ৬০.০০ টকা

*ছপা ঃ*

**বৰ্মণ লিংক**

চাইকেল ফেক্টৰী

কালাপাহাৰ, গুৱাহাটী-১৬

# সমৰ্পণ



অৰ্প্যতে কৃতিৰেষা বৈ হৰিভক্তিবিধায়িনে
পৰব্ৰহ্মস্বৰূপায় হৰিদেৱমহাত্মনে।।

## মহাপুৰুষ শ্ৰীশ্ৰী হৰিদেৱ

আৱিৰ্ভাৱ ঃ ১৩৪৮ শক ঃঃ তিৰোভাৱ ঃ ১৪৮৮ শক

# কৃতজ্ঞতা বিশেষ

উত্তৰ-পূৱ ভাৰত হৰিদেৱ সঙঘৰ সভাপতি বিদ্যোৎসাহী দানী পুৰুষ **শ্ৰীৰাধা বৰা** দেৱে এই গ্ৰন্থখনিৰ প্ৰকাশনৰ সমগ্ৰ ব্যয় বহন কৰি আমাক উৎসাহিত কৰিছে, বৰাদেৱলৈ আন্তৰিক কৃতজ্ঞতা জনালোঁ। তেখেতৰ মানসক্ৰমে আমি গ্ৰন্থখনি পূজ্যপাদ শ্ৰীশ্ৰী হৰিদেৱৰ পবিত্ৰ স্মৃতিত সমৰ্পণ কৰিছোঁ। লগতে এটি আনুষঙ্গিক আৰ্থিক সহায় আগবঢ়োৱাৰ বাবে ডুমডুমা মহাবিদ্যালয়ৰ বাংলা বিভাগৰ প্ৰবক্তা ড° মন্দিৰা দাসলৈ আন্তৰিক ধন্যবাদ জনালোঁ।

— সম্পাদক



পত্নী শ্ৰীমতী ইলিমা শৰ্মাৰ সৈতে অধ্যাপক মুকুন্দ মাধৱ শৰ্মা

# সূচী-পত্ৰ

প্ৰাক্কথন

# বিদ্বান্ সৰ্ব্বত্ৰ পূজ্যতে

ড° নগেন শইকীয়া

সাম্প্ৰতিক কালৰ অসমৰ সৰ্বমান্য সংস্কৃত পণ্ডিত বুলি কলে প্ৰথমে উচ্চাৰিতব্য নামটো হ'ল 'ডক্টৰ মুকুন্দমাধৱ শৰ্মা'। কলিকতা বিশ্ববিদ্যালয়ৰ পি. এইচ. ডি. আৰু ডি. লিট., অধ্যাপক ডক্টৰ মুকুন্দমাধৱ শৰ্মা যৰ্থাৰ্থতে এগৰাকী জ্ঞানান্বেষী বিদ্যায়তনিক ব্যক্তি। যোৰহাটৰ এটি আঢ্যৱন্ত পৰিয়ালৰ সন্তান মুকুন্দমাধৱ শৰ্মাৰ জন্ম হৈছিল চিকিৎসক দেউতাকৰ ডিব্ৰুগড়ৰ মোহনাঘাটৰ চৰকাৰী বাসৱনত ১৯৩৪ খ্ৰীষ্টাব্দত। কৈশোৰতে দেউতাকক হেৰুৱাই মুকুন্দমাধৱ শৰ্মাই মাতৃৰ ছত্ৰছায়াত কেনেভাৱে বিভিন্ন ঘাত-প্ৰতিঘাতৰ মাজেদি শিক্ষা গ্ৰহণ কৰিছিল, কেনেকৈ কৃষি-বিজ্ঞানৰ স্নাতক হোৱাৰ পৰিবৰ্তে কলা বিষয়ৰ স্নাতক আৰু সংস্কৃত বিষয়ত স্নাতকোত্তৰ উপাধি লবলৈ সমৰ্থ হৈছিল সেই কাহিনী উপন্যাসৰ কাহিনীতকৈও মনোমুগ্ধকৰ ভাৱে নাটকীয়। লক্ষ্যবিন্দুক একপলৰ বাবেও দৃষ্টিৰ আঁৰ হ'বলৈ নিদিয়াকৈ, সৰল, অনাড়ম্বৰ জীৱন যাপনৰ মাজেদি নীৰৱে অথচ আত্মপ্ৰত্যয়েৰে আগবাঢ়ি, লক্ষ্যত উপনীত হোৱাৰ কৃচ্ছ্ৰ সাধনত আত্মনিয়োগ কৰা মুকুন্দমাধৱ শৰ্মাৰ মাজত দাৰিদ্ৰ্য-পীড়িত সাধাৰণ মানুহৰ প্ৰতি আছে এক অঘোষিত, নীৰৱ, গভীৰ সহানুভূতিয়েই নহয়, একাত্মীয়তাও। বিদ্যায়তনিক ভাৱে আত্মপ্ৰতিষ্ঠাৰ আকাংক্ষা অস্বীকাৰ নকৰিও কাৰো প্ৰতি সামান্যতমো ঈৰ্ষা বা বিদ্বেষ অনুভৱ নকৰা বিৰল 'প্ৰজাতি'ৰ ব্যক্তিসকলৰ ভিতৰৰ অন্যতম হ'ল ড° মুকুন্দমাধৱ শৰ্মা।

ভাৰতীয় অলংকাৰ আৰু ৰসতত্ত্বৰ এই পণ্ডিত গৰাকীয়ে শিক্ষক হিচাপে আৰু অনেক সময়ত ছাত্ৰ-ছাত্ৰীৰ পৰীক্ষাকে ধৰি বিভিন্ন শৈক্ষিক বিষয়ৰ দায়িত্বশীল ব্যক্তি হিচাপে কিমান সততা, একনিষ্ঠতা আৰু দায়বদ্ধতাৰে সেৱা আগবঢ়াই আহিছিল সেই কথা নিশ্চয় সেই সময়ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ

উপাচাৰ্য-প্ৰমুখ্যে সংশ্লিষ্ট সকলোৱে জানে। নিজৰ দায়িত্ব আৰু কৰ্তব্যৰ প্ৰতি আন্তৰিক ভাৱে দায়বদ্ধ ড° মুকুন্দমাধৱ শৰ্মা নিজেই এটি আৰ্হি। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হৈ থাকোঁতে দেখিছিলোঁ বিশ্ববিদ্যালয় কোৰ্টৰ সভা, কাৰ্যবাহী পৰিষদৰ সভা, গবেষণা পৰিষদৰ সভা, শৈক্ষিক পৰিষদৰ সভাকে ধৰি প্ৰত্যেকখন সভাৰ কাৰ্যবিৱৰণি কিমান গভীৰ ভাবে খুঁটি-নাটি মাৰি চাই অনুমোদন জনাইছিল। অসমৰ সংস্কৃতজ্ঞ পণ্ডিত সকলৰ ভিতৰত দুগৰাকীয়েই এতিয়ালৈকে বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হৈছে, আৰু দুয়োগৰাকী অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি আৰু ইতিহাস-সম্পৰ্কেও সজাগ ঃ প্ৰথম গৰাকী নিঃসন্দেহে আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ আৰু দ্বিতীয়গৰাকী ড° মুকুন্দমাধৱ শৰ্মা। দুয়োগৰাকীকে একে স্থানতে নথৈও কওঁ প্ৰথমগৰাকীৰ ব্যৱহাৰিক জীৱন আছিল সংঘাতহীন ; দ্বিতীয় গৰকীৰ জীৱন সৰু-বৰ বিভিন্ন সংঘাতেৰে পূৰ্ণ।

প্ৰথম গৰাকী আছিল সহজে ঢুকিপোৱাৰ বাহিৰত; দ্বিতীয় গৰাকী সহজে ঢুকিপোৱাৰ ভিতৰত; প্ৰথম গৰাকীয়ে অৱস্থাৰ লগত আপোচ কৰিব লগীয়া অৱস্থা নাছিল, বৰং সময়মতে উপস্থিত হ'ব নোৱৰা মুখ্যমন্ত্ৰীৰ বাবেও এক মিনিটো অপেক্ষা কৰা নাছিল। দ্বিতীয় গৰাকী এনে সময়ত উপাচাৰ্য হৈছিল যে অসমৰ ৰাজনৈতিক জীৱনকে নহয় বিদ্যায়তনিক জীৱনকো অক্টোপাছৰ দৰে মেৰিয়াই থকা নেতা মুখ্যমন্ত্ৰীৰ আসনত আছিল। তথাপি, আনুষ্ঠানিকতা ৰক্ষা কৰিও উপাচাৰ্য শৰ্মাই যথাৰ্থ বিদ্যায়তনিক বিষয় সমূহৰ সতীত্ব নষ্ট হ'বলৈ দিয়া নাছিল।

অসমৰ বিশ্ববিদ্যালয়ত 'তুলনামূলক সাহিত্য' অসমীয়া স্নাতকোত্তৰ পাঠ্যক্ৰমৰ এটা অংশ নহলহেঁতেন যদি ড° মুকুন্দমাধৱ শৰ্মা ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হৈ নাথাকিলহেতেন। মই তেতিয়া ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক। এই দুয়োটা বিষয়, মই নিজে তদাৰক কৰি বিভাগীয় অধ্যয়ন পৰিষদ, স্নাতক পৰিষদ, স্নাতকোত্তৰ পৰিষদ আৰু শৈক্ষিক পৰিষদলৈ লৈ যোৱা সময়ত প্ৰতিটো খোজত পোৱা বাধা আৰু প্ৰতিৰোধ অতিক্ৰম কৰা সহজসাধ্য নহলহেঁতেন যদি ড° মুকুন্দমাধৱ শৰ্মা উপাচাৰ্য হৈ নাথাকিলহেঁতেন। সাম্প্ৰতিক সাহিত্য-বিচাৰৰ অতি গুৰুত্বপূৰ্ণ পদ্ধতি 'তুলনামূলক সাহিত্য' সম্পৰ্কে এতিয়াও অসমত অত্যন্ত কম পৰিসৰৰ অধ্যয়ন হৈছে।

ড° মহেশ্বৰ নেওগৰ পাছত পাঠ সমীক্ষা বিষয়টোক আগবঢ়াই নিয়াতো ড° মুকুন্দ মাধৱ শৰ্মাই লোৱা ভূমিকা নিঃসন্দেহে স্মৰণীয় হৈ ৰ'ব। কেৱল সেয়ে নহয়, পুৰণি লিপিৰ পাঠোদ্ধাৰৰ ক্ষেত্ৰতো ড° শৰ্মাৰ বৰঙণি অনস্বীকাৰ্য। প্ৰসংসক্ৰমে উল্লেখ্য যে নগাজৰী খনিকৰ গাঁৱত পোৱা শিলালিপিৰ পাঠোদ্ধাৰৰ ক্ষেত্ৰতো ড° শৰ্মাৰ বিচাৰ আৰু বিশ্লেষণ নিঃসন্দেহে গুৰুত্বপূৰ্ণ। ড° শৰ্মা ভাৰত চৰকাৰৰ দ্বাৰা প্ৰেৰিত হৈ ইন্দোনেছিয়ালৈ গৈছিল অধ্যাপক স্বৰূপে আৰু তাত তেখেতে স্থান পাইছিল ভাৰতৰ ৰাষ্ট্ৰীয় প্ৰতিনিধি গৰকীৰ দ্বিতীয়তে। ইন্দোনেছিয়াত থকা সময়ত বাহাষা ইন্দোনেছীয় শিকি লৈ কৰা কামে ড° শৰ্মাৰ বিদ্যায়তনিক কৃতিত্বৰ আন এটা পৰিচয় মুদ্ৰিত ৰূপত থৈ গৈছে।

এই বিদ্যায়তনিক মানুহজনৰ আন কেইটিমান বৈশিষ্ট্যই মোক গভীৰ ভাৱে আকৰ্ষণ কৰি থৈছে ; সেই বৈশিষ্ট্য সমূহ পণ্ডিত মুকুন্দমাধৱ শৰ্মাৰ লগত জড়িত নহয়, জড়িত 'মানুহ' মুকুন্দমাধৱ শৰ্মাৰ লগত। তাৰ ভিতৰত আটাইতকৈ আকৰ্ষণীয় বৈশিষ্ট্যটো হ'ল— মানুহক ভাষা, সম্প্ৰদায় আৰু বিশেষকৈ ধৰ্মৰ পৰিচয়ৰ উৰ্ধত গ্ৰহণ কৰাৰ এক অতি উচ্চ মানৱীয় ব্যৱহাৰিক মূল্যবোধৰ ধাৰক বাহকৰ অকৃত্ৰিম প্ৰতিনিধি স্বৰূপে নিজকে প্ৰতিষ্ঠা কৰিব পৰাটো। তাৰ দুটা উদাহৰণ মোৰ মনলৈ আহিছে। ১৯৯১ চনৰ আগষ্ট মাহত আমাৰ দেউতা ঢুকায় আৰু দেউতাৰ আদ্যশ্ৰাদ্ধলৈ নিমন্ত্ৰণ জনাই ছপোৱা চিঠিত সেই সময়ত দেউতাৰ আলপৈচান ধৰা ল'ৰাটিৰ নামটোও 'পৰিচাৰক নাতি' বুলি দিছিলোঁ। ড° শৰ্মাই নিমন্ত্ৰণী চিঠিখন পাই মোলৈ দিয়া চিঠিখনত, মই ঘৰত বন কৰা ল'ৰাটিক পৰিয়ালৰ সদস্য হিচাপে দেখুওৱাত তেখেতে অত্যন্ত সন্তোষ অনুভৱ কৰাৰ কথা গুৰুত্ব সহকাৰে লিখিছিল। মই ডিব্ৰুগড়ৰ বাহিৰলৈ পঠোৱা এহেজাৰতকৈও অধিক নিমন্ত্ৰণী পত্ৰৰ উত্তৰত কোনো দ্বিতীয়জনে এই কথাটো লক্ষ্য কৰা নাছিল। পণ্ডিত হিচাপে শ্ৰদ্ধা কৰি অহা মানুহজনৰ এই মানৱীয় দিশটোৱে মোক মুগ্ধ কৰিলে। দ্বিতীয়টো উদাহৰণৰ কথা মই দুবছৰমানৰ আগতে লিখিছিলোঁ। তেখেতৰ ছাত্ৰ, মোৰো এগৰাকী সংস্কৃতজ্ঞ বন্ধু ড° অশোক কুমাৰ গোস্বামীৰ পৰা জানিছিলোঁ যে তেখেতৰ, বিশ্ববিদ্যালয়ৰ চৌহদৰ বাসভৱনৰ বাৰীত এটা ঘৰত 'বুনিয়াদ' নামৰ ইছলাম ধৰ্মাবলম্বী ৰিক্সাচালক এজন আছিল। অশোক কুমাৰ গোস্বামী সংস্কৃত বিভাগৰ ছাত্ৰ আছিল আৰু তেখেত ড° শৰ্মাৰ ঘৰতে আছিল। ড° শৰ্মা সস্ত্ৰীক কিছুদিন বাহিৰলৈ যোৱাৰ কাৰ্যসূচী লোৱাৰ বাবে অশোক কুমাৰ গোস্বামীয়েও ৰান্ধি-বাঢ়ি খোৱাৰ অসুবিধা হ'ব বুলি ভাবি

ঘৰলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰাত ড° শৰ্মাই ক'লে যে অশোক কুমাৰ গোস্বামীয়ে খোৱা-বোৱাৰ বাবে চিন্তা কৰিব নালাগে; বুনিয়াদে ৰান্ধি-বাঢ়ি দিব। মুছলমান ৰিক্সাৱলাই ব্ৰাহ্মণ সংস্কৃত পণ্ডিতৰ ঘৰত বন্ধনকাৰ্য কৰিব, এই কথাটো গুৰুৰ দৰেই উদাৰ গোস্বামীৰ বাবেও আছিল অভাৱনীয়। কিন্তু গুৰুৱে যেতিয়া নিশ্চিত ভাৱে ক'লে, গোস্বামী ৰ'ল, কিছু মনৰ সন্দেহ হয়তো থাকিল। ড° শৰ্মা সস্ত্ৰীক যোৱাৰ দিনা সন্ধ্যা গোস্বামীয়ে দেখিলে বুনিয়াদ দেখোন ড° শৰ্মাৰ গোসাঁই ঘৰৰ পৰা ওলাই আহিছে। গোস্বামীয়ে অবাক হৈ সুধিলে, "বুনিয়াদ?" বুনিয়াদে ক'লে, "ছাৰ নাথাকিলে গোসাঁইঘৰত মই চাকিগছ দিব লাগে নহয়। চাকিগছ দিলো।" ড° গোস্বামীৰ পৰা শুনা এই কথাষাৰে ড° মুকুন্দমাধৱ শৰ্মাৰ প্ৰতি মোৰ শ্ৰদ্ধা দুগুণে বঢ়াই দিলে। মোৰ ভাব হ'ল, 'পণ্ডিত' ড° মুকুন্দমাধৱ শৰ্মাতকৈও ওখ ড° মুকুন্দমাধৱ শৰ্মা মানুজন। তেওঁৰ এই উচ্চতা পাণ্ডিত্যৰে জুখিব নোৱাৰি।

ড° মুকুন্দমাধৱ শৰ্মাৰ ব্যক্তিত্ব আৰু পাণ্ডিত্যৰ মূল্যায়নেৰে ইতিপূৰ্বে ইংৰাজী ভাষাত এখন অভিনন্দন গ্ৰন্থ প্ৰকাশিত হৈছে। এইখন গ্ৰন্থৰ মাজেদি প্ৰকাশ কৰিবলৈ যত্ন কৰা হৈছে মানুজনক। ড° অশোক কুমাৰ গোস্বামীৰ দ্বাৰা সম্পাদিত গ্ৰন্থখনিয়ে ড° মুকুন্দমাধৱ শৰ্মা মানুহজনক পাঠকৰ ওচৰ চপাই দিব। তাৰ বাবে ড° গোস্বামী ধন্যবাদাৰ্হ হৈ ৰ'ব। শেষত বাঞ্ছা কৰিছোঁ ড° মুকুন্দমাধৱ শৰ্মা শতাধিক শৰৎকাল জীৱিত হৈ থাকক, তেখেতে শতাধিক শৰৎ কাল দেখক আৰু শতাধিক শৰৎ কাল শুনক।



# সম্পাদকৰ আত্মকথা

মোৰ পৰম আৰাধ্য গুৰুদেৱ ডক্টৰ মুকুন্দ মাধৱ শৰ্মাৰ লগত মোৰ ব্যক্তিগত সম্পৰ্ক ইমান দীঘলীয়া, ইমান গভীৰ, ইমান ব্যাপক যে কাগজৰ পৃষ্ঠাৰে এখন সৰু-সুৰা মহাভাৰতৰ সৃষ্টি কৰিব পাৰি, ছাৰৰ সৈতে মোৰ সম্পৰ্কৰ বৰ্ণনাই আন নহলেও মোৰ জীৱনৰ প্ৰায় আঢ়ৈ কুৰি বছৰীয়া ইতিহাসৰ সৃষ্টি কৰিব। এই ৰাজহুৱা সংকলনটিত তেনে প্ৰয়াস সমীচিন নহব, সেয়ে এই লেখাত কিছুমান দিনৰ, কিছুমান ঘটনাৰ, কিছুমান মুহূৰ্ত্তৰ মাত্ৰ উল্লেখ কৰাৰ মানস কৰিছোঁ, যিবিলাকে দেখাত গহীন গম্ভীৰ বিদ্যাব্যসনী এই পণ্ডিত গৰাকীৰ ব্যতিক্ৰমী ব্যক্তিত্বত নিশ্চয় আলোকপাত কৰিব।

১৯৫৬ চনত জগন্নাথ বৰুৱা মহাবিদ্যালয় (যোৰহাট)ত আই. এ. শ্ৰেণীত পঢ়ি থাকোতে আমাৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক অনিল কুমাৰ বসু ছাৰে মাজে মাজে তেখেতৰ প্ৰিয়শিষ্য মুকুন্দ মাধৱৰ বিষয়ে কিছু কথা কৈছিল। (তেতিয়া শৰ্মা ছাৰে কলিকতাৰ পৰা এম. এ. কাব্যশাস্ত্ৰী হৈ আহি নলবাৰী মহাবিদ্যালয়ত সংস্কৃত বিভাগত অধ্যাপনা কৰি আছিল।) আই. এ. পৰীক্ষা দিলো, ৰিজাল্ট ওলাল, সেইদিনাই বসুছাৰে শৰ্মা ছাৰৰ পৰা এখন টেলিগ্ৰাম পালে অভিনন্দন সূচক। মোক দেখুৱালে। (মই আই. এ. পৰীক্ষাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ তালিকাত ষষ্ঠস্থান (সংস্কৃতত 'লেটাৰ' সহ) পোৱা বাবে বসুছাৰলৈ অভিনন্দন।) এয়াই আছিল মুকুন্দমাধৱ শৰ্মা ছাৰৰ প্ৰকাৰান্তৰে মোৰ প্ৰতি প্ৰথম শুভাশীষ, সজেচ্ছা। (দেখাদেখি এতিয়ালৈকে ঘটা নাই।) আমাৰ বাবে সৌভাগ্যৰ কথা, ১৯৫৭ চনৰ ফেব্ৰুৱাৰী মাহত নলবাৰী এৰি ছাৰ যোৰহাট পালেহি, জগন্নাথ বৰুৱা কলেজৰ অধ্যাপক ৰূপে যোগদান কৰিলে। মই তৃতীয় বাৰ্ষিকৰ ছাত্ৰ। আমাক ছাৰে কেবাখনো সংস্কৃতৰ গ্ৰন্থৰ উপৰিও অসমীয়াৰ পাঠ্য 'ৰাম বিজয় নাট' আৰু অম্বিকাগিৰিৰ 'তুমি' কাব্যও পঢ়াইছিল (কাৰণ সেই সময়ত লব্ধপ্ৰতিষ্ঠ সুসাহিত্যিক প্ৰয়াত আব্দুল মালিক ছাৰে আৰু প্ৰাক্তন ৰাজ্যিক শিক্ষামন্ত্ৰী শ্ৰীযুতা কমল কুমাৰী বাইদেৱে দেশৰ 'সাধাৰণ নিৰ্ব্বাচন'ত প্ৰাৰ্থী হৈ কলেজৰ পৰা ছুটী লৈছিল।) ছাৰে লোৱা শ্ৰেণীবোৰ বৰ উপাদেয় হৈছিল,

ছাৰৰ সুমধুৰ স্বৰৰ বাবে, অধ্যয়নৰ গভীৰতাৰ বাবে, আমাক বুজাবৰ কাৰণে কৰা আন্তৰিক প্ৰচেষ্টাৰ বাবে, পঢ়াৰ মাজতে ছাত্ৰক প্ৰশ্ন কৰিবলৈ দিয়া উৎসাহ আৰু সুবিধাৰ বাবে। (কেইবা দিনৰো অভিজ্ঞতা, কিবা কাৰণত কলেজ 'হাফ' হলে, মাজতে আন্দোলনসূচক বন্ধ হলেও ছাৰৰ 'ক্লাছ' নিৰ্বাধে চলি আছিল।) আমি, সংস্কৃতৰ (তৃতীয় বাৰ্ষিকৰ) ছাত্ৰ-ছাত্ৰী ছাৰৰ প্ৰিয় হৈ পৰিলো, বিশেষকৈ মই। কলেজৰ 'ক্লাছ' শেষহ'লে ছাৰ প্ৰায়ে খোজ কাঢ়ি ঘৰলৈ ঘূৰে, ছাৰৰ খুৰাদেৱেক প্ৰয়াত অধ্যক্ষ তুলসী নাৰায়ণ শৰ্মাদেৱৰ ঘৰেই ছাৰৰ ঘৰ। 'পঢ়াশুনা' সম্পৰ্কীয় নানা কথা পাতি পাতি ছাৰৰ কাষে কাষে আহি থাকোঁ, আমি মেছলৈ যাওঁ, ছাৰ ঘৰলৈ যায়। প্ৰাচীন গুৰুকুলৰ এয়া এক আধুনিক ৰূপ।

এদিন এনে দৰে শ্ৰেণীশেষ হোৱাৰ পাছত আমি ছাৰৰ লগে লগে গৈ ছাৰৰ ঘৰ পালোহি। মই, মোৰলগত এজন (ছাত্ৰ) বন্ধু, তিনিগৰাকী (ছাত্ৰী) বান্ধৱী। তুলসী নাৰায়ন শৰ্মা দেৱৰ (যোৰহাটৰ) নেহৰু পাৰ্কস্থিত বাসভৱনৰ চ'ৰাঘৰ ( Portico )ত আমি বহি আছোঁ, তেনেতে এগৰাকী মহিলা বাহিৰৰ পৰা সোমাই আহিল, ছাৰে মহিলাগৰাকীক কুশল বাৰ্ত্তা বিনিময়ৰ অন্তত আমাৰ লগত চিনাকি কৰি দিলে, তেখেতক ভিতৰলৈকে যাবলৈ ক'লে। ইতিমধ্যে এটা ঘটনা ঘটিছিল, মানুহগৰাকী সোমাই আহোঁতে মই আৰু মোৰ বন্ধুজন ঠিয় হৈ দিছিলো, বান্ধৱী তিনিগৰাকী কিন্তু বহিয়ে আছিল, সেয়ে মানুহ গাৰাকী ভিতৰলৈ যোৱাৰ লগে লগে ছাৰে ছাত্ৰী তিনিগৰাকীক বাৰুকৈয়ে ককৰ্থনা কৰিলে। 'বয়সৰ ডাঙৰ কোনোবা আহিলে ঠিয় দিব লাগে বুলি আজিলৈকে শিকানাই। তাতে তেখেত এগৰাকী মহিলা' ইত্যাদি। আমাক প্ৰশংসা কৰিলে, লগতে কলে, এই মহিলা গৰাকী কল্যাণী গাঙ্গুলী, কাইলৈৰ পৰা তোমালোকৰ অধ্যাপিকা। এই ঘটনাটোৱে, 'সদাশিষ্ট' ছাৰ শিষ্টাচাৰৰ ক্ষেত্ৰত কিমান সতৰ্ক, ভাৰতীয় প্ৰমূল্যত কিমান বিশ্বাসী তাকে আমি বুজাত সহায় কৰিলে, মোৰ নিজৰ জীৱনত এই ঘটনাই সমুচিত প্ৰভাৱ পেলালে।

ভাষিক-সাহিত্যিক বিষয়ৰ উপৰিও সামাজিক-ৰাজনৈতিক সমস্যা বিলাকৰ সন্দৰ্ভতো ছাৰৰ লগত তেতিয়াই মত বিনিময় আৰম্ভ হৈছিল। ছাৰৰ দেশহিতৈষী আৰু প্ৰগতিবাদী মনটো মই তেতিয়াই ধৰিব পাৰিছিলো। অসমত (প্ৰথম) তেল শোধনাগাৰৰ দাবীত তীব্ৰ আন্দোলন গঢ়ি উঠিছে। তাৰ মাজতে প্ৰধানমন্ত্ৰী (জৱাহৰলাল নেহৰু) আহিছে যোৰহাটলৈ। কেইগৰাকীমান শিক্ষকৰ নেতৃত্বত নেহৰুৰ যাত্ৰাপথতে আমি ঠিয় হৈ শ্লোগান দি তীব্ৰ প্ৰতিবাদ

জনাইছিলো, শোধনাগাৰৰ দাবী (তেতিয়ালৈকে) মানি নোলোৱা বাবে, প্ৰধান মন্ত্ৰীয়ে ভাষণ দিয়া সভাতো আমি শ্লোগান দিছিলো। আমাক নেতৃত্ব দিয়া শিক্ষকসকল আছিল, প্ৰয়াত আব্দুল মালিক ছাৰ, প্ৰয়াত (অধ্যক্ষ) কৃষ্ণকান্ত কাকতি ছাৰ, আমাৰ শৰ্মা ছাৰ আৰু কেইজনমান। সেই সময়ত ছাৰে দেশৰ আৰ্থিক উদ্‌গতি আৰু আৰ্থিক সমতাতহে গুৰুত্ব আৰোপ কৰিছিল। সেই সময়ত ছাৰৰ ধ্যান-ধাৰণা সাম্যবাদী আদৰ্শেৰে প্ৰভাবিত হৈছিল বুলিয়েই মোৰ বিশ্বাস।

পিছে, ছাৰৰ যোৰহাটত কাৰ্যকাল দীঘলীয়া ন'হ'ল, ছাৰে '৫৭ৰ আগষ্টত যোৰহাট এৰিলে, ১৪ আগষ্টত গুৱাহাটী বিশ্ববিদ্যালয়ত স্নাতকোত্তৰ সংস্কৃত বিভাগ আৰম্ভ কৰিবৰ বাবে, আগতীয়া প্ৰস্তুতি কৰিবৰ বাবে। গুৱাহাটীলৈ যাত্ৰা কৰাৰ আগতে মোক সস্নেহ উপদেশ দিলে বি. এ.ৰ পাছত সংস্কৃতত এম. এ. পঢ়িবলৈ গুৱাহাটীলৈ আহিবৰ বাবে।

মাহ বাগৰিছে, মাজতে মই কাদম্বৰী আদি কেইখনমান বি. এ. অনাৰ্ছ ক্লাছৰ পাঠ্যপুথিৰ ওপৰত প্ৰস্তুত কৰা প্ৰশ্নোত্তৰ বহী ছাৰলৈ পঠাই দিছিলো, চাই দিবলৈ। উত্তৰ নাই, তেনেতে এখন 'পষ্টকাৰ্ড' আহিল— ছাৰৰ বিয়ালৈ নিমন্ত্ৰণ, যোৰহাটৰ সেই নেহৰুপাৰ্কৰ ঘৰতে, মোৰ বহীখনৰ কিন্তু উল্লেখ নাই, মনটো বেয়া লাগিল। বিয়াৰ দিনা, ১৯৫৮ চনৰ জানুৱাৰী মাহৰ ত্ৰিছ তাৰিখে এবাৰ ভাবিলো ধাপকটাৰ পৰা প্ৰায় দহ কিলোমিটাৰ খোজকাঢ়ি বিয়া খাবলৈ যাম জানো ? (সেইসময়ত আজি কালিৰ দৰে যান-বাহনৰ সুবিধা হোৱাই নাছিল।) মনে নেমানিলে, যাব লাগিব, ছাৰে বেয়া পাব। গ'লো, বিয়া খালো। সন্ধ্যা লাগিবৰ হৈছে। মানুহবো ভিৰ হৈছে, মই লৰালৰিকৈ আহিবলৈ ছাৰৰ পৰা বিদায় লব খুজিলো। ছাৰে অকনমান ৰবলৈ কৈ ভিতৰ সোমাই গল, ধুতি পাঞ্জাবী চাদৰ পৰিধান কৰা দৰা বাহিৰলৈ ওলাই আহিল—মোৰ সেই বহীখন হাতত লৈ, কৰ্ম আৰু ধৰ্মৰ সমন্বয় ঘটোৱা সেই দৃশ্যটো মোৰ মনত চিৰ স্মৰণীয় হৈ ৰ'ল।

ঘৰ পাই লৰালৰিকৈ বহী খন খুলিছোঁ, প্ৰতিটো পৃষ্ঠা চাই বহী খনৰ শেষ পাতত বি. এ. অনাৰ্ছ পৰীক্ষাত সুখ্যাতি লভিবৰ বাবে মনমোহা আখৰেৰে শুভেচ্ছা দিছে, লগতে বৰফলা আখৰেৰে লিখিছে MEDITATE, MEDITATE, FIRST CLASS, FIRST CLASS, তেতিয়া মোৰ মনত পৰি গল, মোলৈ মোৰ স্কুলৰ এগৰাকী প্ৰাক্তন প্ৰধান শিক্ষকে (প্ৰয়াত শিক্ষাবিদ্ আনন্দেশ্বৰ বৰুৱাই) পষ্টকাৰ্ড এটাত এবাৰ লিখিছিল— You Can't have a

future unless you think and dream of it, এতিয়া আমাৰ ঋষিকল্প ৰাষ্ট্ৰপতি কালামৰ নতুন প্ৰজন্মলৈ 'প্ৰথম' উপদেশ— Dream, Dream, Dream and Dream, সন্দেহ নাই, ছাৰে দিয়া এই অমোঘ অস্ত্ৰপাত জীৱনত ব্যৱহাৰ কৰিলো আৰু প্ৰতিকুল অৱস্থাৰ মাজতো অলপ হলেও সুফল লভিলো, পৰবৰ্ত্তী কালত দেখিবলৈ পাইছিলো, ছাৰৰ বিচনাৰ কাষৰ চুন দিয়া বগা বেৰত (বিশ্ববিদ্যালয়ৰ বত্ৰিছ নম্বৰ আবাস গৃহত) ৰঙা-নীলা পেন্সিলৰ নিৰ্দ্দেশ, MEDITATE PH. D / D LITT. ছাৰে সপোনে দেখিছিল, সাধক ছাৰৰ সপোনো ফলিয়াইছিল।

প্ৰয়োজনবশতঃ এইখিনিতে কিছু অতি ব্যক্তিগত কথা কৈ থব লগীয়া হ'ল। মোৰ পৰিয়ালৰ আৰ্থিক অৱস্থা অতি শোচনীয় আছিল, স্কুলীয়া কালত আমি দুবেলা দুমুঠিও নিয়মীয়াকৈ খাবলৈ পোৱা নাছিলো। স্কুলীয়া বছৰ কেইটা কোনো কোনো সদাশয় লোকে কৰা সামান্য আৰ্থিক অনুগ্ৰহ আৰু মাজে মাজে ঘৰৱা শিক্ষক ৰূপে কৰা সামান্য আৰ্জ্জনেৰে পাৰ কৰিছিলো, পাছত জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ বছৰ কেইটা টিউছন কৰিয়েই পাৰ কৰিলো, মেট্ৰিক আৰু আই, এ. পৰীক্ষাত সাফল্যঁৰ বাবে পোৱা চৰকাৰী বৃত্তিৰধন নগণ্য আছিল। এম. এ. পঢ়াৰ সপোন দেখা নাছিলো, ভাবিছিলো ইংৰাজী বিষয়তে প্ৰাইভেট পৰীক্ষাৰ্থী হিচাবে কেতিয়াবা বহিম, মোৰ সৰু মামা গড়সূৰ সত্ৰৰ প্ৰয়াত অধিকাৰ (তেতিয়া ডেকা অধিকাৰ) কৃষ্ণচন্দ্ৰদেৱ গোস্বামীয়ে আশ্বাস দি কৈছিল, 'অমিয়ক (শিক্ষা মন্ত্ৰী অমিয় কুমাৰ দাসক) কৈ স্কুল বা অফিচত চৰকাৰী চাকৰি এটাৰ ব্যৱস্থা কৰি দিম'। পিচে, ছাৰে মোক এম. এ. পঢ়াৰ সপোন দেখিবলৈ অনুপ্ৰেৰণা যোগালে। দুৰাৰোগ্য চকুৰ অসুখৰ বাবে '৫৮ চনত বি. এ. দিয়া নহল, দিলো' ৫৯ ত, ছাৰে, অন্যান্য শুভাকাঙ্খীয়ে আশা কৰা মতে 'ৰিজাল্ট' হ'ল, সংস্কৃত অনাৰ্ছত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান আৰু বিশ্ববিদ্যালয়ৰ সেই বছৰত কলাশাখাৰ অনাৰ্ছ স্নাতক সকলৰ মাজত সৰ্বোচ্চ নম্বৰ লাভ কৰিলো, ছাৰ উৎসাহিত হৈ মোৰ বাবে বিশ্ববিদ্যালয় শ্ৰেণীত, সংস্কৃত বিভাগত ভৰ্ত্তিৰ বাবে পত্ৰ (form) লৈ যোৰহাট পালেহি, যোৰহাট জগন্নথ বৰুৱা মহাবিদ্যালয়ৰ শিক্ষক সকলৰ বহা কোঠাতে আমাৰ লগালগি হ'ল, প্ৰপত্ৰ পূৰালো, কিন্তু মই ধন দিব পাৰিলো মাত্ৰ এশ টকা, গুৱাহাটীলৈ আহি ছাৰে মোৰ Admition ললে, মোৰ আৰ্থিক অৱস্থা আৰু অন্যান্য জনাই বিশ্ববিদ্যালয় কৰ্ত্তৃপক্ষৰ পৰা মোৰ নামভৰ্ত্তিটোও বিনামূলীয়া কৰিলে, মোক

পাছত 'টকা শ' ঘূৰাই দিলে। মই বিশ্ববিদ্যালয়লৈ আহিবৰ বাবে প্ৰস্তুত হলো।

'৫৯ ৰ পাঁচ কি ছয় নৱেম্বৰত যোৰহাটতৰ পৰা গুৱাহাটীলৈ ৰাওনা হলো, দহ নৱেম্বৰৰ পৰা পঞ্চমবাৰ্ষিকৰ শ্ৰেণী আৰম্ভ হ্ব। গুৱাহাটী পোৱাৰ পাছ দিনাই ছাৰৰ ঘৰ ওলালোগৈ। ছাৰ শোৱা কোঠাৰ পৰা ওলাই আহি বহিলহি, খা-খবৰ ললে। লগতে সুধিলে, কিহত আহিলা? কোন ক্লাছত ? কোন নম্বৰ 'ছিটত'? মই সৰল ভাবে উত্তৰ কেইটা দি গলো, Express ত, Upper ত, এক নম্বৰ 'ছিট'ত'। ছাৰে মোৰ হাতত থকা বহীখন বিছাৰিলে, নীলা ৰঙৰ জেকেট লগোৱা exercise বহীখন। মই দিলো, কোনো কাৰণ নভবাকৈয়ে। ছাৰ ভিতৰ সোমাই গ'ল আৰু খন্তেক পাছতে ওলাই আহি মোক বহীখন দিলে। মই খুলি দেখিলো, কবিতা লিখাৰ দৰে দুটা শাৰী, মুকুতা সদৃশ আখৰেৰে, বৰফলা আখৰেৰে

FIRST CLASS IN THE EXAMINATION
SECOND CLASS IN THE BUS

পঢ়ি চমক খাই উঠিলো, ভুল বুজি পালো, মোৰ তেনে আৰ্থিক পৰিস্থিতিত মই বাছৰ প্ৰথম শ্ৰেণীত অহাটো সমীচিন হোৱা নাছিল, তেতিয়াৰে পৰা (বিবাহিত হৈ) সংসাৰী নোহোৱা পৰ্যন্ত মই বাছৰ দ্বিতীয় শ্ৰেণী এৰা নাছিলো। (যি কি নহওক, পৰৱৰ্ত্তী কালত দৰিদ্ৰ ছাত্ৰৰ প্ৰতি অতি সংবেদনশীল এই পণ্ডিত গৰাকীৰ আৰু একে চিত্তবৃত্তিৰে গুৰু পত্নী (ইলিমা শৰ্মা)ৰ অনেক জনৰ প্ৰতি সহায় আৰু ব্যৱস্থা মোৰ দৃষ্টি গোচৰ হৈছিল)

গুৱাহাটীৰ বামুনীমইদানৰ পৰা, এগৰাকী আত্মীয়ৰ ঘৰত থাকি বিশ্ববিদ্যালয়ৰ 'ক্লাছ' কৰিবলৈ আৰম্ভ কৰিলো, ছাৰৰ চিন্তা হ'ল মোৰ বিশ্ববিদ্যালয়ৰ চৌহদ্দত থকা মেলাৰ ব্যৱস্থা কেনেকৈ কৰিব পাৰি। ছাৰ যোৰহাটত থাকোতেই মোক আশ্বাস দিছিল কিবা এটা কৰিব বুলি। ছাত্ৰাবাসত মই ভৰ্ত্তি হোৱাৰ প্ৰশ্নই নুঠে। বি. এ. পৰীক্ষাৰ সুফলৰ বাবে বৃত্তি পাইছিলো। কিন্তু ধনৰ পৰিমান মাত্ৰ ৫০ (পঞ্চাশ) টকা, অন্য কোনো ফালৰ পৰা আৰ্থিক সাহায্য পোৱাৰ সুবিধা নাই। সেয়ে কাৰোবাৰ ঘৰত থাকিব লাগিব। ছাৰৰ বিশ্ববিদ্যালয়ৰ আবাসগৃহ তেতিয়া 'হাফ কোৱাৰ্টাৰ, তাতে ছাৰ বাইদেউৰ লগত থাকে ছাৰৰ মাতৃ, জ্যেষ্ঠা ভগ্নী, ভাতৃ, দুজনী ভাগিনী ছোৱালী। প্ৰথমতে ভাবিলে, 'কাৰোবাৰ ঘৰত ৰাতিটো থাকিব পাৰিলে খোৱাতো বাৰু আমাৰ লগতে হ'ব'। দুগৰাকী অধ্যাপকৰ ঘৰলৈ, এই প্ৰস্তাব লৈ মোক যাবলৈ দিলে, এজন অবিবাহিত,

অকলশৰীয়া অধ্যাপক; ইগৰাকী থাকে বৃহৎ বাসভবনত, কেৱল পতি আৰু পত্নী। দুয়োঘৰতে প্ৰস্তাৱ পোনছাটেই নাকচ। এনে পৰিস্থিতিত, নিজৰ ঘৰৰ বিভিন্ন অসুবিধা, সীমাবদ্ধতাৰ মাজতো বাইদেউৰ একান্ত সহযোগত ছাৰে নিজৰ ঘৰতে, প্ৰথমতে অতিথি বহা কোঠাতে, মোৰ থকাৰ ব্যৱস্থা কৰিলে, মই অতি সোনকালেই ছাৰৰ পৰিয়ালৰ এজন সদস্য হৈ পৰিলো, বাইদেউ মোৰ বাবে হৈ পৰিল 'নবৌ'। ১৯৫৯ চনৰ শেষ ভাগৰ পৰা ১৯৬৫ চনলৈকে (মাজত এৰাধৰা কৰি) দীঘলীয়া কাল ছাৰৰ সান্নিধ্যত থকাটো মোৰ যেনেদৰে ব্যক্তিগত সৌভাগ্য আছিল, তেনেদৰে এই গুৰু পত্নীৰ মানবীয় চিত্তবৃত্তিৰ স্পষ্ট ধাৰণা কৰিবৰ বাবেও মোৰ বহু সুযোগ সুবিধা ঘটিছিল, স্থানসাপেক্ষে এই লেখাত মই সকলো খুলি কোৱাৰ লোভ সম্বৰণ কৰিবই লাগিব। মোক দিয়া আশ্ৰয়ৰ ক্ষেত্ৰত মই উপসংহাৰত এষাৰ কথাই কৈ থওঁ, মোক ৰাখিবৰ বাবে সেই সময়ত ছাৰৰ ঘৰত আবাসিক সীমাবদ্ধতাহে আছিল, এনে নহয়, আৰ্থিক সীমাবদ্ধতাও আছিল। প্ৰতিকুল অৱস্থাৰ মাজত ছাৰৰ পৰিয়ালে কৰা এই ত্যাগে এহাতে ছাৰ আৰু নবৌৰ মহানুভৱতা প্ৰতিভাত কৰিলে, আনহাতে এটা দৰিদ্ৰ পৰিয়ালৰ ভবিষ্যত গঢ়ি তুলিলে, লগতে সামান্য হলেও এজন সংস্কৃত সেৱকৰ সৃষ্টি কৰিলে। কিন্তু এয়া, মোৰ গুৰু আৰু গুৰু-পত্নীৰ, এজনৰ প্ৰতি হোৱা 'কেজুৱেল' দৰদ নহয়, এয়া তেওঁলোক উভয়ৰে স্বাভাবিক চাৰিত্ৰিক প্ৰৱণতা। এই কথাৰ সমৰ্থনত উদাহৰণ—দুই এটা দিবই লাগিব।

মই প্ৰবক্তা হিচাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত যোগ দিয়াৰ পাছৰ কাহিনী। উত্তৰ লক্ষীমপুৰৰ নাৰায়ণ পুৰত হোৱা অসম সংস্কৃত বৰ্ডৰ সমাবৰ্ত্তন এখনৰ লগতে এখন সংস্কৃত তৰ্ক প্ৰতিযোগিতাত আমাৰ বিভাগৰ হৈ অংশ গ্ৰহণ কৰিবৰ বাবে তিনিজন ছাত্ৰৰ দল এটা গৈছিল, মই গৈছিলো ভাৰপ্ৰাপ্ত অধ্যাপক হিচাপে। প্ৰতিযোগিতাত আমাৰ ছাত্ৰকেইজনে দ্বিতীয়, তৃতীয় আৰু নিচুকনি বঁটা পালে, কিন্তু প্ৰথম বঁটাটো লাভ কৰিলে ধুবুৰীৰ ভোলানাথ দাস মহাবিদ্যালয়ৰ প্ৰাগ্‌বিশ্ববিদ্যালয় ( P.U.) শাখাৰ ছাত্ৰ শ্ৰীমান অজয় সৎপতিয়ে, ল'ৰা জনৰ সংস্কৃত ভাষণত মই ইমানেই মুগ্ধ যে তেওঁক লগ ধৰি জনোলোঁ, তেওঁক আমি গুৱাহাটী বিশ্ববিদ্যালয়ত সংস্কৃত বিষয়ত এম. এ. পঢ়াটো বিচাৰো, তেওঁ অতি বিনয়েৰে জনালে যে তেওঁৰ ক্ষেত্ৰত সেইটো সম্ভৱ নহ'ব, তেওঁৰ দেউতাক এজন ফাৰ্মাচিষ্ট, বয়স হৈছে, অলপতে হস্পিটালৰ পৰা 'ৰিটায়াৰ' কৰিব। ঘৰৰ অৱস্থা বৰ বেয়া, তেওঁক গুৱাহাটীত

পঢ়ুৱাব নোৱাৰিব, ইত্যাদি। মই ধুবুৰীৰ পৰা ঘূৰি আহি ছাৰক কথাটো কলো। ছাৰে কলে, কিবা এটা কৰিব লাগিব, সময়ত অজয় সৎপতি মোৰ দৰেই ছাৰৰ পৰিয়ালৰ সদস্য হ'লহি, থকা খোৱা সকলো ছাৰৰে। সময়ত অজয় সৎপতি এম. এ. (সংস্কৃত)ত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ ওলাল, পাছত অজয়ে বি. টি. ও পাছ কৰিলে প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ, আলিপুৰ দুৱাৰত ভালদৰে থিতাপি ললে। ছাৰ আৰু নবৌৰ এই 'দৰদ' কেৱল সংস্কৃতীয়া বুলি কবলৈ অসুবিধা। অজয়ৰ পাছত বীৰেণ নাথ নামৰ এজন ছাত্ৰই ছাৰৰ ঘৰতে থকা খোৱা কৰি পাণ্ডু কলেজত পঢ়িছিল। পাছত আকৌ ৰণি নাথ আৰু পুলিন নাথ নামৰ দুজন ছাত্ৰই ছাৰৰ ঘৰত থাকি পঢ়া-শুনা কৰিছিল, ৰনিয়ে পাণ্ডু কলেজত আৰু পুলিনে আয়ুৰ্বেদ কলেজত। এওঁলোকে খোৱাৰ ব্যৱস্থা বেলেগে কৰি লৈছিল, ফিজৰ যোগাৰ কিবা ধৰণে ছাৰেই কৰি দিছিল। এনেদৰে বিদ্যায়তনিক 'অনাত্মীয়'ৰ বোজা ছাৰ-নবৌয়ে বহন কৰিছিল, লগতে আছিল কেবা গৰাকীও 'আত্মীয়', প্ৰসঙ্গক্ৰমে কৈ থওঁ, ছাৰৰ ঘৰত এই তথাকথিত 'আত্মীয়', 'অনাত্মীয়'ৰ কোনো ভেদভাব কোনো কাৰ্য, ব্যৱহাৰ বা অৱস্থাত পৰিলক্ষিত হোৱা নাছিল।

পুনৰ কিছু সময়ৰ কাৰণে ছাৰৰ ঘৰত এম. এ. পঢ়ি থকা দিনলৈ ঘূৰি আহোঁ। ছাৰ-নবৌৰ মাধ্যমত সেই সময়ৰ শ্ৰেণী সমূহৰ সচিব অধ্যাপক অনিল কুমাৰ শৰ্মা ছাৰৰ লগত ঘনিষ্ঠ হৈ পৰিলো, সচিব ছাৰে শৰ্মা ছাৰক মোৰ প্ৰয়োজনীয় কিতাপ খিনি অৰ্ডাৰ দি বাহিৰৰ পৰা আনিবলৈ কলে, ছাৰে আনিলে, সচিব ছাৰে কিতাপ খিনিৰ দাম, সমগ্ৰ খৰছ বহন কৰিলে, প্ৰতিখন কিতাপত 'উপহাৰটোকা' ( Presentation Note ) এটা লিখি দিলে। প্ৰতিটো দিন কটাবলৈ পালো ছাৰৰ শিষ্য হিচাবে, ভাতৃ হিচাবে আৰু বন্ধু হিচাবে। বৰ্তমান কালত ভাবিব নোৱৰা আদৰ-স্নেহ ছাৰৰ ঘৰত পাইছিলো, মোৰ বাওঁ চকুটো জন্মৰ পৰাই ৰুগ্ন, মেট্ৰিকৰ পৰা বি. এ. লৈ অধিক কাল লোকে পঢ়ি দিয়া, এই বিষয়ত ছাৰ-নবৌ উভয়ে সতৰ্ক হৈ পৰিছিল, মোৰ চকু যাতে আৰু বেয়া হৈ নাযায়। মই যাতে বিপথে নাযাওঁ, অবাবত সময় নকটাওঁ, সেই উদ্দেশ্যে মোৰ ওপৰত 'অনুশাসন' প্ৰয়োগ কৰিছিল, গধুলি ফুৰিবলৈ যাওঁতে লগত নিছিল, চিনেমা চাবলৈ নিছিল, কিন্তু ঘৰুৱা কোনো কামত নলগাইছিল, সেই সন্দৰ্ভত কাহিনী কবলৈ গলে সংকলনটোৰ প্ৰতি অন্যায় কৰা হ'ব। এম. এ. দিলো, ফলাফল ছাৰে ভাল পাব পৰাই আছিল, প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান। (কিন্তু চকুৰ অত্যন্ত অসুখৰ বাবে, যোৰহাটৰ ঘৰখনত হোৱা অসুবিধাৰ বাবে মই যথা কালত

'৬১ চনত পৰীক্ষা দিব নোৱাৰিলো, যোৰহাটৰ ববৰাম চুঙীত, ধলৰ সত্ৰ হাইস্কুলত চাকৰি কৰিলোগৈ, ছাৰে চিঠি দি মাজে মাজে অভিযোগ-অনুযোগ কৰি থাকিল, আকৌ ছাৰৰ ঘৰলৈ ঘূৰিলো, শেষত '৬৪ চনৰ মাৰ্চ মাহৰ 'বিশেষ' পৰীক্ষাত বহিলো।)

এম. এ ৰিজাল্ট ওলোৱাৰ পাছত পুনৰ যোৰহাটলৈ গৈ চাকৰি কৰিবলৈ ধৰিলো, নিউ যোৰহাট কলেজ (সম্প্ৰতি যোৰহাট কলেজ)ত কিছুদিন কৰি জগন্নাথ বৰুৱা কলেজলৈ আহিলো, মাত্ৰ তিনি মাহ যোৱাৰ পাছতে বিশ্ববিদ্যালয়লৈ আহিবৰ সুবিধা পালো। (নকলেও হব যে মোক ভাল চাকৰিৰে 'সুস্থিত' কৰিবৰ বাবে ছাৰৰ আছিল অহৰ্নিশে চিন্তা আৰু চেষ্টা।) চাকৰিত যোগ দি কিছুকালৰ কাৰণে আকৌ ছাৰৰ ঘৰত। গতিকে এই পণ্ডিত প্ৰবৰ গৰাকীক অসাধাৰণ—সাধাৰণ উভয় দিশত জনাৰ সুযোগ মোৰ দৰে কোনেও পোৱা নাই বুলিয়েই মই দৃঢ়তাৰে কব পাৰোঁ (পৰিয়ালৰ, অতি নিকট সম্বন্ধীয় সকলৰ বাদে।) আৰু সেই অভিজ্ঞতাৰে, দুই এটা কাহিনীৰে মই সামৰণী মাৰিম।

ছাৰৰ তত্ত্বাবধানত 'কালিকাপুৰাণ'ক লৈ গৱেষণা আৰম্ভ কৰা ছাত্ৰ ধৰ্মেশ্বৰ চুতীয়া (পৰবৰ্ত্তী কালত চৰকাৰী সংস্কৃত মহাবিদ্যালয়ৰ ভাৰপ্ৰাপ্ত অধ্যক্ষ ড° ধৰ্মেশ্বৰ চুতীয়া) ছাত্ৰাবাসতে (গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসম আৰ্হিৰ ৮ নম্বৰ ছাত্ৰাবাস) হঠাতে অসুস্থ হ'ল। স্নানাগৰত পৰি মূৰত বেয়াকৈ দুঃখ পোৱাৰ বাবে গুৱাহাটী মেডিকেল কলেজ হস্পিটালত ভৰ্ত্তি কৰোৱা হল। লগে লগে ছাৰনবৌ আৰু লগতে মোৰ উৎকণ্ঠা আৰু ব্যস্ততা, প্ৰতিদিন ছাৰ হস্পিটাললৈ গৈছিল, অভিভাবকৰ দৰে সকলো কৰিছিল। চুতীয়া কিছু সুস্থ হ'লত ছাৰে ঘৰলৈকে ৰোগীক আনি ললে, ছাৰ-নবৌ দুয়ো মিলি প্ৰতিপাল কৰিলে, ছাৰে কেতিয়াবা গা ধুৱাই দিছিল, খাব নোখোজাত নবৌৱে খুৱায়ো দিছিল। এবাৰ ('৬৫ চনত) সংস্কৃত বিভাগে পতা ৰাষ্টীয় আলোচনা চক্ৰত এদিন ৰাতি পুণ্য বৰুৱা (পৰবৰ্ত্তী কালত দেবীচৰণ বৰুৱা মহাবিদ্যালয়ৰ অধ্যাপিকা ড° পুণ্য বৰুৱা) হঠাতে অসুস্থ হৈ পৰাত ছাৰৰ একেই তৎপৰতা দেখা পাইছিলো।

পুৱা গা ধুই জপ কৰা, সদায় সন্ধিয়া নবৌৰ সৈতে গোঁসাই ঘৰত স্তৱ গোৱা ছাৰে সেই সময়ত এবাৰ মোক চমক খুৱালে, মই এম. এ. পঢ়ি থাকোতে এবাৰ নবৌ ডিব্ৰুগড়লৈ গ'ল কিছুদিন মাক দেউতাকৰ ঘৰত থাকিব। কেই দিনমান পাছত ছাৰো যাব। মই কেইদিন মান অকলশৰীয়াকৈ থাকিব লাগিব। মই ছাৰক সুধিলো, মইতো ৰান্ধিব নাজানো, কি হব ? ছাৰে কলে, 'চিন্তা কৰিবলৈ

কি আছে, বুনিয়াদ আছে নহয়'। (বুনিয়াদ নামৰ বিহাৰী মুছলমান ৰিক্সাবালাজন ছাৰৰ ঘৰৰে পিছফালৰ সৰু কোঠা এটাত আছিল, মাজে মাজে সপৰিবাৰে। তেওঁ হৈ পৰিছিল ছাৰৰ ঘৰৰে সদস্য। সদায় সন্ধিয়া দ্রয়িংৰুমৰ মজিয়াত লেপেটা কাঢ়ি বহি অনৰ্গল কথা কৈয়ে থাকে, শেষলৈ আমি তেওঁৰ ভাষা বুজি নোপোৱা হওঁ) সত্ৰীয়া পৰিবেশত ডাঙৰ দীঘল হ'লেও কব নোৱৰাকৈয়ে মোৰ মন সদায় মুক্ত আছিল. সেয়ে বিনা আপত্তিৰে ছাৰ-নবৌ নথকা অৱস্থাত বুনিয়াদ আৰু তেওঁৰ পত্নীয়ে বনোৱা 'খানা' খয়েই আনন্দমনেৰে মই পঢ়াশুনা কৰি থাকিলো। এদিন গধুলি দেখিলো বুনিয়াদে ছাৰৰ গোঁসাই ঘৰত সোমাই সন্ধিয়াৰ চাকি গছ দিছে। মই সোধাত কলে, 'চাহাবে কৈ গৈছে।' মুছলমান বুনিয়াদে চাকি গছ বৰ ভাবভক্তিৰেই দিয়ে, পিছে সেৱাটো কৰে পশ্চিম মুৱা হৈ, ঈশ্বৰ-আল্লা তেৰে নাম, মোৰ মনলৈ আহিল। ছাৰৰ এই উদাৰ 'উদাৰ ধৰ্মীয় বিশ্বাস জানি মই মুগ্ধ হ'লো, (এবাৰ বন্ধুবৰ সাহিত্যিক ড° নগেন শইকীয়াক কাহিনীটো কৈছিলো, তেখেতে অসমত ধৰ্মীয় উদাৰতাৰ সন্দৰ্ভত 'আমাৰ অসম'ত লিখা প্ৰবন্ধ এটাত এই কাহিনীটো উল্লেখ কৰিছিল।)

ছাৰে প্ৰিয় শিষ্য শিষ্যা সকলৰ আৰ্থিক, শৈক্ষিক উদ্‌গতিৰেই চিন্তা কৰা নাছিল, তেওঁলোকৰ পাৰিবাৰিক জীৱনো ছাৰৰ, লগতে নবৌৰো, নিজৰ কাৰ্য্যতালিকাত সোমাই পৰিছিল। মোৰ বিয়াৰ বাবে ছাৰ-নবৌয়ে 'নাটকীয়' ভাবে কন্যা পচন্দ কৰিছিল, মই সেই প্ৰস্তাৱ বিনা দ্বিধাই মানি লৈছিলো, মোৰ পিতৃ দেৱেও ছাৰৰ চিঠি পাই সানন্দে সন্মতি জনাইছিল, ছাৰে আগভাগ লোৱা আন এখন বিয়া হৈছে, ড° ধৰ্মেশ্বৰ চুতীয়া আৰু ড° লক্ষহীৰা গগৈৰ। ড° মালিনী গোস্বামী, মধুমিতা বৰঠাকুৰ আৰু কেইবাগৰাকীৰো বিয়া হোৱাত ছাৰৰ বৰঙণি আছে।

মোৰ বিয়াৰ প্ৰসঙ্গই আৰু এটা কথা মনত পেলাই দিছে। মোৰ বিয়াৰ বাবে মই জালুকবাৰীত থাকিয়েই আয়োজন কৰি আছো। বিয়া হ'ব ( ১৯৬৯ চনৰ) ৮-ত, লগা মতে টকা পয়চাৰ যোগাৰ হৈ উঠা নাই। মই তেতিয়া ছাৰৰ ঘৰত নাথাকো, বেলেগে বিশ্ববিদ্যালয়ৰে ৭১ নম্বৰ বাস গৃহত থাকো। ছাৰৰ ঘৰৰ আগেদি ক্লাছলৈ অহা যোৱা কৰোঁ, কিন্তু কিছুদিন ধৰি ছাৰৰ লগত মাতবোল বন্ধ হৈ আছে। এটা Academic কথাত (ধ্বন্যালোক'ৰ সন্দৰ্ভত) ছাৰ মোৰ ওপৰত অসন্তুষ্ট হৈ আছে। গতিকে মোৰ মাতিবৰ সাহ হোৱা নাই। পিচে, 'সৎ লোকৰ খঙ', বেচি দিনস্থায়ী হবলৈ নাপালে। শোৱা কোঠাত বহি থকা ছাৰে,

বাৰন্দাত বহি থকা নবৌৰ যোগেদি মোক ৰাষ্টাৰ পৰা মতালে, বাৰান্দাত ঠিয় হলোঁহি। নবৌৰ যোগেদি সুধিলে, টকা পয়চাৰ জোগাৰ হৈছেনে? মই নবৌৰ মাধ্যমেৰে অৱস্থাটো কলো। তেতিয়াই মোক 'চেক' এখন লিখি দিলে, মোৰ সমস্যা ভালকৈয়ে দূৰ হ'ল। ছাৰৰ তত্ত্বাৱধানতে গৱেষণা কৰি পি. এইচ. ডি. ডিগ্ৰী লাভ কৰিছিলো, মোৰ থেছিছৰ পাণ্ডুলিপি পৰীক্ষা কৰোতে মাজে মাজে লিখি দিয়া টিপ্পনীবিলাকতো যথেষ্ট শিক্ষনীয়, কিন্তু একেসময়তে আমোদজনক কথাও আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষক সন্থাৰ সভাপতি হৈ মই কাৰ্য্য নিৰ্বাহ কৰোতে বেচ উৎসাহ দিছিল, সদায় খবৰ লৈছিল, বিশেষকৈ অসমৰ 'বিদেশী বহিষ্কাৰ' আন্দোলনৰ ফলশ্ৰুতিৰূপে দুখন হৈ পৰা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষক সকলৰ দুখন সন্থা GUTA আৰু GUTO ক লগ লগোৱা কষ্টকৰ কাৰ্য্যত ছাৰে মোৰ পৃষ্টপোষকতা কৰিছিল। ইন্দিৰাগান্ধী মুক্ত বিশ্ববিদ্যালয়ৰ গুৱাহাটী অধ্যয়ন কেন্দ্ৰৰ প্ৰতিষ্ঠাপক সমন্বয়ক (Coordinator) ৰূপে মই কিছুবছৰ ধৰি মোৰ সংস্কৃত বিভাগীয় কক্ষৰ পৰাই কাৰ্য্যনিৰ্বাহ কৰিব লগীয়া হৈছিল। কেন্দ্ৰটোৰ Counselling আৰু Audio-Visual **Programme** বিলাকো সংস্কৃত বিভাগতে চলাব লগীয়া হৈছিল। সংস্কৃত বিভাগৰ তেতিয়াৰ মুৰব্বী অধ্যাপক আছিল শৰ্মা ছাৰ, সেয়ে এই বিলাক সম্ভৱ হৈছিল, বিদ্যোৎসাহী দূৰদৃষ্টিসমপন্ন ছাৰে দৃঢ় পৃষ্টপোষকতাৰে মোক কেন্দ্ৰটো গঢ়ি তোলাত সহায় কৰিছিল, ছাৰ সংস্কৃত বিভাগত থাকোতে যুতীয়া ভাবে বহু অনুষ্ঠানৰ আয়োজন কৰিছিলো, কত যে অভিজ্ঞতা। ছাৰৰ কথা কৈ শেষ কৰিব নোৱাৰি, মোৰ পৰম সৌভাগ্য যে বাস্তবিকতে ছাৰ মোৰ জীৱনৰ Friend, philosopher and guide. অদ্যাপি এই সম্বন্ধ অব্যাহত।

'মুকুন্দ মাধৱ শৰ্মা মানুহজন ঃ ভিন্ন জনৰ অনুভৱ' শীৰ্ষক এই গ্ৰন্থ খনিৰ জন্মক্ষণত কৃতজ্ঞতাৰে সুঁৱৰিছো প্ৰথিতযশা সাহিত্যিক পণ্ডিত ড° নগেন শইকীয়া দেৱক। ড° শইকীয়া ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ আহি 'নতুন দৈনিক' কাকতৰ সমপাদকৰ দায়িত্ব ললেহি। মোলৈ এখন পত্ৰ পঠালে 'মুকুন্দ মাধৱ শৰ্মা মানুহজন' শীৰ্ষক এটি লেখাৰে মোৰ 'স্বকীয় অনুভৱ' বিচাৰি। পিছে, সেয়া হৈ নুঠিল। তেখেতে সেইখন বাতৰি কাকতৰ দায়িত্বৰ পৰা অব্যাহতি ললে। তেখেতে দিয়া 'আইডিয়া'টো মই এৰি নিদিলো। বিভিন্ন আৰু বিচিত্ৰ কাহিনীৰ মাধ্যমেৰে মুকুন্দ মাধৱ শৰ্মাৰ জীৱনত আলোকপাত কৰাৰ মানসেৰে কামটো বহলাই ললো। তেখেতৰ লগত ঘনিষ্ঠ, তেখেতৰ গুণমুগ্ধ', 'আত্মীয়'

আৰু 'শিষ্য শিষ্যা' সকলৰ কিছুসংখ্যকৰ সৈতে যোগাযোগ কৰিলো। সহাৰি দি ব্যক্তিগত ব্যস্ততা আৰু অসুবিধাৰ মাজতো একোটাকৈ 'অনুভৱগৰ্ভ লেখা' আগবঢ়াই গ্ৰন্থখনৰ প্ৰকাশ সম্ভৱ কৰি তোলা বাবে লেখক-লেখিকা সকললৈ যথাযথ শ্ৰদ্ধা আৰু স্নেহ নিবেদন কৰিলো। এটি প্ৰাক্কথনেৰে গ্ৰন্থখনিৰ সৌষ্ঠব বৃদ্ধি কৰাৰ বাবে অধ্যাপক ড° নগেন শইকীয়ালৈ পুনৰ কৃতজ্ঞতা জনালোঁ। গ্ৰন্থখনৰ প্ৰকাশনৰ সমগ্ৰ প্ৰক্ৰিয়াত আন্তৰিকতাৰে জড়িত হৈ মোক কৰা বিভিন্ন সহায়ৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰবক্তা, মোৰ প্ৰিয়শিষ্য ড° কামেশ্বৰ শুক্লৈ স্নেহাশীষ যাচিলো। মোৰ এই প্ৰচেষ্টাৰ বিশেষ ভাবে অনুৰাগিনী, মোৰ সহধৰ্মিনী, অধিবক্তা শ্ৰীমতী বীণাদেৱী গোস্বামীয়ে বিভিন্ন সময়ত দিয়া দিহা পৰামৰ্শৰ বাবে তেওঁৰো আন্তৰিক ভাবে শলাগ ললো।

শান্তিগ্ৰাম, খানাপাৰা
গুৱাহাটী-২২

অশোক কুমাৰ গোস্বামী

# এজন আধুনিক মানুহ

যোগেন্দ্ৰ নাৰায়ণ ভূঞা

নগাঁও কলেজৰ অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্মা আছিল মোৰ পৰম পূজনীয় শিক্ষাগুৰু। পিছে, মই তেখেতৰ ঘৰুৱা ছাত্ৰহে আছিলোঁ। সিও আকৌ, নগাঁও কলেজত পঢ়ি থকা কালত নহয়, নগাঁও ছোৱালী কলেজত মই শিক্ষকতা কৰি থকা কালতহে ; আৰু তেখেতেও নগাঁও কলেজৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পাছতহে। তেখেতৰ ওচৰলৈ মই সঘনে গৈছিলোঁ। নজনা কথা একোটা জানিবলৈ। লগতে, নিচেই ওচৰৰ পৰা তেখেতক চোৱাৰ আৰু তেখেতক জনাৰ সুযোগটোও লবলৈ। ক'ব পাৰোঁ, সামান্য পৰিমাণে হলেও সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা ছাৰক জানিবলৈ আৰু বুজি পাবলৈ মই যত্ন কৰিছিলোঁ।

ড° মুকুন্দ মাধৱ শৰ্মাৰ মই ছাত্ৰ নাছিলোঁ। সংস্কৃত মোৰ অধ্যয়নৰ বিষয়েই নাছিল। তথাপি মই মুকুন্দ মাধৱ শৰ্মাক 'ছাৰ' বুলি সম্বোধন কৰিছিলোঁ, ছাত্ৰকল্প ৰূপে। তেখেতৰ লগত ব্যক্তিগত যোগাযোগো আছিল মোৰ সীমিত। আক্ষৰিক ঘনিষ্ঠতাৰ কথাযে নাছিলেই। থাকিবনো কেনেকৈ ? তেখেত যোৰহটীয়া ; মই নগঞা। তেখেতৰ বিদ্যায়তনিক কৰ্মক্ষেত্ৰ গুৱাহাটী বিশ্ববিদ্যালয় ; মোৰ নগাঁও ছোৱালী কলেজ। অসাধাৰণ পণ্ডিত ; মই অসমীয়া সাহিত্যৰ এজন সাধাৰণ ছাত্ৰ। দুয়োৰে মাজত বয়সৰ ব্যৱধান বৰ বেছি নহয় যদিও তেখেতে মোৰ পৰা সন্মান পাব পৰা বিধৰ।

ড° মুকুন্দ মাধৱ শৰ্মাৰ কথা কবলৈ পোনতে মই সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মাৰ কথাহে অৱতাৰণা কৰিলোঁ। কিয় ? দুয়োগৰাকী ব্যক্তিৰ মাজত দেখাত সাদৃশ্য একো নাই। প্ৰয়াত যজ্ঞেশ্বৰ শৰ্মাৰ জন্ম ১৯০৬ চনত; মুকুন্দ মাধৱ

শৰ্মাৰ ১৯৩৪ চনত। দুয়োজনৰ মাজত বয়সৰ ব্যৱধান প্ৰায় ডেৰ কুৰি বছৰৰ। যজ্ঞেশ্বৰ শৰ্মা আছিল সাহায্যপ্ৰাপ্ত কলেজ এখনৰ ইংৰাজী সাহিত্যৰ অধ্যাপক; আন এখন কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ। মুকুন্দ মাধৱ শৰ্মা গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিষয়ৰ প্ৰাধ্যাপক; পাছলৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য, প্ৰাক্তন উপাচাৰ্য। পাণ্ডিত্যৰ পৰিধি কোনজনৰ কেনেকুৱা, সেই কথা অনুমান কৰাটো মোৰ পক্ষে সম্ভৱ নহয়। ঘনিষ্ঠতাৰ সূত্ৰে যজ্ঞেশ্বৰ শৰ্মাৰ বিষয়ে এষাৰ কথা অৱশ্যে কব পাৰোঁ যে, ইংৰাজী সাহিত্যৰ উপৰি অসমীয়া, সংস্কৃত আৰু বাংলা সাহিত্যৰ সৰস্বতী আছিল যেন তেখেতৰ কণ্ঠলগ্ন। মুকুন্দ মাধৱ শৰ্মাৰ বিষয়ে তেনেকৈ কব নোৱাৰিলেও এই কথা অৱশ্যে জানো যে নলবাৰী কলেজত শিক্ষকতা কৰোঁতে তেখেতে আই. এ. শ্ৰেণীত ইংৰাজী পঢ়াইছিল আৰু জে. বি. কলেজত শিক্ষকতা কৰোঁতে পঢ়াইছিল অসমীয়া। ইংৰাজী সাহিত্যৰ অধ্যাপক যজ্ঞেশ্বৰ শৰ্মা আছিল সাজ-পোছাকত চোলা-চুৰিয়াৰে চুটি-চাপৰ 'টিপিকেল' অসমীয়া ভাৰতীয়। আৰু, সংস্কৃত সাহিত্যৰ অধ্যাপক ড° মুকুন্দ মাধৱ শৰ্মা? গা-গাৰি, খোজ-কাটল আৰু সাজ-পোছাকত ছুট-টাই পৰিহিত য়ুৰোপীয় য়ুৰোপীয় যেন লগা এজন ডেকা। দুয়োজনৰ মাজত আপাত-সাদৃশ্য বিচাৰি পাবলৈ টান। কিন্তু মোৰ দৃষ্টিত দুয়োজনৰ মাজত এটা ডাঙৰ সাদৃশ্য আছে। সেই সাদৃশ্যটো হ'ল মানসিকতা; দুয়োৰে আধুনিকতা। দুয়োজনেই একো একোটা সংস্কাৰ মুক্ত আধুনিক মনৰ অধিকাৰী। হয়, অসমৰ যি কেইগৰাকী সংস্কৃতজ্ঞ পণ্ডিতৰ সান্নিধ্য লাভৰ সুযোগ আৰু সৌভাগ্য মোৰ হৈছে, সেই কেইগৰাকীৰ ভিতৰত এই অৰ্থতে সীমিত দুগৰাকী পণ্ডিতৰ প্ৰতি মোৰ আকৰ্ষণৰ কাৰণ তেখেত দুগৰাকীৰ উদাৰতা তথা বিৰলপ্ৰায় আধুনিক মানসিকতা। অথচ, সাৰস্বত সাধনাত দুয়োগৰাকীৰে অৱস্থান দুটা সম্পূৰ্ণ বিপৰীত বিন্দুত।

যজ্ঞেশ্বৰ শৰ্মাই আধুনিক মনটো কেৱল য়ুৰোপীয় সাহিত্যৰ পৰা পাইছে বুলি মই নাভাবোঁ। তেনেকৈ ভাবিলে মুকুন্দ মাধৱ শৰ্মাৰ প্ৰতি অবিচাৰ কৰা হ'ব। যজ্ঞেশ্বৰ শৰ্মা আধুনিক মনৰ গৰাকী হৈছে সংস্কৃত ভাষা-সাহিত্যৰ চৰ্চাৰ যোগেদিহে। তেখেতে বিশ্বাস কৰে, "সংস্কৃত মৃতকৰ ভাষা নহয়, জীয়া মানুহৰ ভাষা।" তেখেতৰ মতে, সংসাৰ বা জীৱনৰ প্ৰতি উদাসীন হবলৈকো সংস্কৃত

সাহিত্যই শিক্ষা দিয়া নাই। শ্রেয়ক নাপাহৰি জীৱন উপভোগ কৰাটো আৰু জীৱনক উচ্চ আদৰ্শৰ কাৰণে প্ৰস্তুত কৰাটোহে সংস্কৃত সাহিত্য-দৰ্শনৰ বাণী বুলি তেখেতে বিশ্বাস কৰে। মুকুন্দ মাধৱ শৰ্মাৰ জীৱনে গঢ় লৈছে সংস্কৃত ভাষা সাহিত্যৰ অধ্যয়ন-অধ্যাপনাৰ মাধ্যমত। সাধাৰণভাৱে প্ৰচলিত এটা ধাৰণা হ'ল এই যে সংস্কৃত ভাষা সাহিত্য অধ্যয়ন কৰাত যেন কোনো মোহনী নাই; সংস্কৃত বিষয়ত এম. এ. পঢ়াত যেন কোনো ধৰণৰ 'গ্লেমাৰ' নাই। কিয়নো, অধ্যয়নৰ বিষয়-বস্তু পুৰণি। কেৱল সেয়ে নহয়, পৌৰাণিকো। ৰজা-মহাৰজা, দেৱ-দেৱী, স্বৰ্গ-মৰ্ত্য, ঋষি-মুনি, গছ-লতা, পশু-পক্ষী— এইবোৰকে লৈয়েই যেন সংস্কৃত শিক্ষাৰ্থী সকলৰ মনৰ জগতখন। এইবোৰে যেন শিক্ষাৰ্থী সকলক আধুনিক জগতখনৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন কৰি ৰাখে। এনে এটা সময়ো আছিল, যেতিয়া সংস্কৃত বিষয়ত এম. এ. পঢ়া ছাত্ৰ-ছাত্ৰীসকল তুলনামূলকভাৱে তজ্‌বজীয়া নাছিল, 'স্মাৰ্ট্' নাছিল ; সাজ-পোচাক, খোজ-কাটল, কথোপকথন,— কোনোটো বিষয়তে। নহয়, এই অৱস্থাটোৰ পৰিৱৰ্তন সাধন কৰিব লাগিব ; প্ৰচলিত ধাৰণাটোযে অমূলক, তাকো কথাই-কামে দেখুৱাব লাগিব। মই জনাত, মুকুন্দ মাধৱ শৰ্মাৰ চিন্তা আছিল তেনেকুৱা। তেখেতৰ ছাত্ৰ-ছাত্ৰী সলৰ পৰাই জানিছিলোঁ। মুকুন্দমাধৱ শৰ্মাই হয়তোবা অনুভৱ কৰিছিল, —সংস্কৃত বিষয় অধ্যয়ন কৰোঁতা সকল মিজিংমাজাং বা তজ্‌বজীয়া হোৱাত, 'স্মাৰ্ট্' বা 'অ'ভাৰ স্মাৰ্ট্' হোৱাত কোনো ধৰণৰ অনুশাসনতো কোনো স্মৃতি বা সংহিতাই ক'তো দি যোৱা নাই। শিক্ষাৰ্থীবোৰৰ স্বভাৱজাত লক্ষণহে এইবোৰ। এইবোৰ গুচাব লাগিব। তেওঁলোকৰ মনত এক প্ৰকাৰৰ হীনমন্যতায়ো ক্ৰিয়া কৰিব পাৰে। তাকো দূৰ কৰাৰ দিহা কৰিব লাগিব। বিশ্ববিদ্যালয়ৰ অন্যান্য বিষয়ৰ ছাত্ৰ-ছাত্ৰী সকলৰ পিছত নহয়, সমশাৰীত থাকি সংস্কৃত বিষয়ৰ ছাত্ৰ-ছাত্ৰীসকল আগবাঢ়ি যাব লাগিব ; শৈক্ষিক, সাংস্কৃতিক, সামাজিক, ৰাজনৈতিক আদি সকলো ক্ষেত্ৰতে। তাৰ বাবে সংস্কৃত বিষয়ৰ ছাত্ৰ-ছাত্ৰীসকলক মানসিকভাৱে প্ৰস্তুত কৰি তুলিব লাগিব আজিৰ পৰা তিনি বছৰমানৰ আগতে সেই কথাবোৰ সঁচা বুলি জানিব পাৰিলোঁ, ড° শৰ্মাৰ কনিষ্ঠা কন্যা যশোধৰাৰ পৰা, তেওঁ ৰচনা কৰা মুকুন্দ মাধৱ শৰ্মাৰ জীৱনী-ভিত্তিক উপন্যাস বা উপন্যাসোপম জীৱনী 'জন্মদিনৰ উপহাৰ' নামৰ গ্ৰন্থখনৰ পৰা।

হয়, ড° মুকুন্দ মাধৱ শৰ্মা সঁচা অৰ্থত এজন আধুনিক মনৰ মানুহ। সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মাই এঠাইত লিখিছে, "মনৰ জড়তা দূৰ কৰাটোৱেই শিক্ষাৰ উদ্দেশ্য"। সংস্কৃত ভাষা-সাহিত্যৰ লেখীয়া আওপুৰণি বিষয় এটাৰ শিক্ষায়ো মনৰ জড়তা কেনেকৈ দূৰ কৰিব পাৰে, বা তেনেকুৱা এটা বিষয় অধ্যয়ন কৰিওযে মানসিক জঠৰতা হেলাৰঙে আঁতৰাব পাৰি, ড° মুকুন্দ মাধৱ শৰ্মায়েই যেন তাৰ প্ৰকৃষ্ট উদাহৰণ। যশোধৰাৰ গ্ৰন্থখনৰ পৰা জানিছোঁ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক পদত যোগ দিয়াৰ কিছুদিনৰ পাছলৈকে মুকুন্দ মাধৱ শৰ্মাই চোলা-চুৰিয়াকে পৰিধান কৰি আছিল। তাৰ পাছতহে পেণ্ট-চাৰ্ট পিন্ধিবলৈ ললে। সঁচা কথা, পোছাক-পৰিচ্ছদ মানুহৰ আধুনিক মানসিকতাৰ পৰিচায়ক নহয়। অসমীয়াৰ পৰম্পৰাগত চোলা-চুৰিয়াও আধুনিক মানসিকতাৰ অন্তৰায় নহয়। নহয়যে, তাৰ প্ৰমাণ পণ্ডিত যজ্ঞেশ্বৰ শৰ্মায়েই। কিন্তু সংস্কৃত বিষয়ৰ শিক্ষাৰ্থী সকলক এটা আৰ্হি দেখুৱাব লাগিব, আৰু তেওঁলোকে এটা কথা বাৰুকৈয়ে উপলব্ধি কৰিব পাৰিব লাগিব যে অন্য বিষয়ৰ শিক্ষাৰ্থীত কৈ তেওঁলোক পৃথক নহয়। তেওঁলোকেও অন্যান্য শিক্ষাৰ্থী সকলৰ দৰেই বিভিন্ন সাংগঠনিক কামত অংশ গ্ৰহণ কৰিব পাৰে। সংস্কৃত বিষয় অধ্যয়ন কৰিলেও তেওঁলোকেও খেল-ধেমালিত যোগদান কৰিব পাৰে, গান গাব পাৰে, অভিনয় কৰিব পাৰে, সমকালীন সামাজিক বা ৰাজনৈতিক ঘটনা প্ৰবাহৰ লগত নিজাকে জড়িত কৰাব পাৰে। যশোধৰাই জনাইছে, সংস্কৃত বিষয়ৰ অধ্যাপক মুকুন্দ মাধৱ শৰ্মাই ফুটবল খেলিছিল। তাকো খেলিছিল নলবাৰী কলেজত অধ্যাপনা কৰোঁতে, ছাত্ৰৰ লগত, চেণ্টাৰ ফৰবাৰ্ড পজিচনত। তাছ খেলাতো নিছা আছিল মুকুন্দ মাধৱ শৰ্মাৰ। শৰ্মা আছিল শাস্ত্ৰীয় সংগীতৰ অনুৰাগী, নলবাৰী কলেজত অধ্যাপনা কৰা কালত হেনো কালীকিংকৰ ৰয় নামৰ সংগীত শিক্ষক এজনৰ অধীনত শাস্ত্ৰীয় সংগীতৰ শিক্ষা লৈছিল মুকুন্দ মাধৱ শৰ্মাই। আনহাতে, জগজিৎ সিঙৰ গজলৰ সোৱাদ লবও জানে সংস্কৃত ভাষা-সাহিত্যৰ এই পণ্ডিতজনে। নিজৰ দেশত অনুষ্ঠিত আন্তৰ্জাতিক সংস্কৃত সন্মিলনৰ শিক্ষাসদী আলোচনাত অংশ গ্ৰহণ কৰা কাৰ্যৰ মাজত কোনো ধৰণৰ পাৰ্থক্য দেখা নাছিল ড° মুকুন্দ মাধৱ শৰ্মাই। সংস্কৃত ভাষা-সাহিত্যৰ পণ্ডিত এজন যে সাধাৰণৰ মাজত প্ৰচলিত ধাৰণা মতে এলাই-বান্দু নহয়, তাৰ বিপৰীতে সকলো কামৰ বাবেই উপযুক্ত এজন ব্যক্তি, সেই কথাৰ প্ৰমাণ ড° মুকুন্দ মাধৱ শৰ্মাই দিছে নিজৰ হাতলৈ অহা সকলো কামকে

একো একোটা প্ৰত্যাহ্বান স্বৰূপে গ্ৰহণ কৰি। সেই প্ৰত্যাহ্বানবোৰৰ কোনোবাটো হ'ব পাৰে ছাত্ৰাবাসৰ ৱাৰ্ডেন পদৰ, কোনোবাটো হ'ব পাৰে গাড়ী চালকৰ, কোনোবাটো হ'ব পাৰে সৰ্বভাৰতীয় বৈদিক সন্মিলনৰ লেখীয়া অনুষ্ঠানৰ ব্যৱস্থাপনা সমিতিৰ কাৰ্যকৰী সভাপতিত্বৰ, কোনোবাটো হ'ব পাৰে বিশ্ববিদ্যালয়ৰ উপাচাৰ্যৰ নিচিনা সন্মানীয় পদত গধুৰ দায়িত্বৰ। মোৰ বোধেৰে, সকলো ধৰণৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিব পৰা সদৃঢ় আত্ম প্ৰত্যয়েই হ'ল ড° মুকুন্দ মাধৱ শৰ্মাৰ জীৱনৰ প্ৰধান চালিকাশক্তি। তেনে আত্মপ্ৰত্যয়েই তেখেতক কৰি তুলিছে সকলো ধৰণৰ সংস্কাৰমুক্ত আধুনিক মন এটাৰ গৰাকী। তেনে এটা আধুনিক মনৰ জোৰতে তেখেতে নিজৰ কনিষ্ঠা কন্যাগৰাকীৰ অসবৰ্ণ বিবাহ সানন্দে আৰু সামাজিক ভাৱে সম্পাদন কৰিব পাৰিছিল। সংস্কাৰমুক্ত মন এটাৰ গৰাকী হোৱা বাবেই ফাঁচী বজাৰৰ ৰাজেন নামৰ অনুসূচীত দোকানী এজনৰ দ্বাৰভাংগাৰ ঘৰত দিন-দুপৰতে সস্ত্ৰীক এসাঁজ ভাত খাই আহিছিল, দ্বাৰভাংগা সংস্কৃত বিশ্ববিদ্যালয়লৈ যোৱা সংস্কৃত পণ্ডিত ড° মুকুন্দ মাধৱ শৰ্মাই।

নিজৰ উদাৰনৈতিক দৃষ্টিভংগীৰ ড° মুকুন্দ মাধৱ শৰ্মাই এটা আন্দোলন গঢ়ি তুলিব খুজিছিল। সেই আন্দোলন আছিল যুক্তিহীন সংস্কাৰৰ ওপৰত প্ৰতিষ্ঠিত সংৰক্ষণশীল সামাজিক নীতিৰ পৰিধি ভঙা আন্দোলন। গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিষয়ৰ শিক্ষাৰ্থী সকলক সেই আন্দোলনটোৰ অংশীদাৰ কৰিব বিচাৰিছিল। বহুতেই অংশীদাৰ হৈ পৰৱৰ্তী কালত নিজৰ নিজৰ ক্ষেত্ৰত মুকুন্দ মাধৱ শৰ্মাৰ আদৰ্শৰ প্ৰচাৰ আৰু প্ৰসাৰ ঘটোৱাৰ কথাও জানিছোঁ। সেয়া নিশ্চয় তেখেতৰ বাবে আনন্দৰ কথা। কিন্তু বিষাদৰ কথাও বোধ হয় তেখেতৰ আছে। যশোধৰাৰ গ্ৰন্থখনৰ পৰাই জানিব পৰা মতে, তেখেতে সম্পাদন কৰিব খোজা নিজৰ কনিষ্ঠা কন্যাগৰাকীৰ অসবৰ্ণ বিবাহ-কাৰ্যত পুৰোহিত হ'বলৈ তেখেতে অনুৰোধ জনাইছিল তেখেতৰেই এজন প্ৰাক্তন ছাত্ৰক। ছাত্ৰজনে হেনো সেই অনুৰোধ প্ৰত্যাখ্যান কৰিলে। কেৱল সেয়ে নহয়, সামাজিকভাৱে সেই অসবৰ্ণ বিয়াখন পাতি দিলে হেনো ড° মুকুন্দ মাধৱ শৰ্মাক সমাজে এঘৰীয়া কৰিব বুলিও প্ৰাক্তন ছাত্ৰজনে তেওঁৰ শিক্ষাগুৰুজনক সঁকীয়াই দিলে। সংস্কৃত অধ্যয়ন কৰি সেই ছাত্ৰজন তথাকথিত শিক্ষিত হ'ল ; কিন্তু সংস্কৃত নহ'ল। ইয়াতকৈ ডাঙৰ বিষাদ ড° মুকুন্দ মাধৱ শৰ্মাৰ মনত থাকিব পাৰে বুলি মই নাভাবোঁ।

# প্ৰগাঢ় পাণ্ডিত্য ঃ স্থূলানুভৱ

কেশৱানন্দ দেৱ গোস্বামী

স্কুলীয়া কালতে পঢ়া এৰি বেজবৰুৱাৰ আদৰ্শেৰে কাঠৰ কাৰবাৰ কৰিবলৈ লৈ তাতো নোৱাৰি, শোণিত কোঁৱৰ গজেন বৰুৱাৰ লগত নাচ-গানত ধৰি মুঠতে ছয়টা বছৰ পাৰ কৰি পাছত পঢ়িবলৈ আহিলোঁ। বাটত ভাগ্যে চানটিং নকৰাকৈ, ষ্টেছন-জংসনত নোৰোৱাকৈ আহি গুৱাহাটী বিশ্ববিদ্যালয় পালোহি। বয়সত মোতকৈ সৰু, এগৰাকী ডেকা, যশস্বী অধ্যাপকৰ নামটো শুনিয়েই মূৰ দোঁৱাই যায়। ডাঙৰ পণ্ডিত বুলি তেতিয়াই বৈ বৈ যোৱা খিয়াতি। ওচৰ চাপিবলৈ সমীহ্ কৰোঁ— নিজৰ জ্ঞান-বিদ্যাৰ নিঃস্বতাৰ কাৰণে। এই অধ্যাপক গৰাকীৰ নাম ড° মুকুন্দ মাধৱ শৰ্মা। প্ৰথম দেখাতে ধাৰণা সলনি হয়। কথা দুটা। নামটো যিমান ডাঙৰ বুলি শুনি আহিছো, সেইমতে বপুটোও বৃহৎ বুলি ভাবিছিলোঁ। নিজে শীৰ্ণকায় বাবে আশ্বস্ত হোৱাৰ ধৃষ্টতাও ওপজা নাছিল— কাৰণ তেতিয়া কি এতিয়াও, এই গৰাকী পণ্ডিতৰ লগত, সেই বৰ ঘৰত, নিজকে ক'ৰবাত বেৰে-চুকে থাপিবৰ থিয় কৰাবৰো সাহস নাপাওঁ ; তেনে সামৰ্থ্য আছে বুলি ভাবিবৰ শকতি ওপজা নাই। আমাৰ দৰে খালৈত জাকৈ বাবলৈ লোৱাই তেখেতৰ আগত কি 'ফেঁচু' টো হৈ ঘূৰিব লাগে, সেয়া পাছত ওলাব। ড° শৰ্মাৰ নামেৰে আমাৰ লগৰ আৰু এটি আছিল ; বেলেগ জন বুজাবলৈ আমি নাম দিছিলো— মুচুকুন্দ। লগতে, শ্ৰেণীকোঠাত তেওঁ টোপনিয়ায় বাবেও সেই নাম। যেনেকৈ পাছৰ কালত আগৰ জনক বুজাবৰ কাৰণে ঢাৰীৰ আৰত চৰ্চা দি, কোনোৱে 'দেউ' বুলি কৈছিল। প্ৰথম দেখাতে ধাৰণা বেলেগ হোৱাৰ আনটো কাৰণ আছিল— পৰিধেয় পোচাকটো। সাধাৰণতে সংস্কৃতৰ মানুহে

প্ৰায়ে চুৰিয়া-চোলা পিন্ধে। শুনামতে তাহানি কলিকতা বিশ্ববিদ্যালয়ত সংস্কৃত পঢ়া ছাত্ৰ সকলে এগৰাকী গোড়া প্ৰখ্যাত পণ্ডিতলৈ বৰ ভয় কৰিছিল ; ৰোষত পৰাৰ ভয়ত প্ৰায় সকলে নিজৰ মূৰত স্থায়ী টিকনী নাৰাখিও কৃত্ৰিমভাৱে একো কোছা টিকনী জেপত ভাৰাই লৈ ফুৰিছিল আৰু শ্ৰেণীকোঠাৰ বাহিৰেও বাটে-পথে লগপালে সেই আঠা লগোৱা টিকনী হঠাৎ খুৱাই লৈছিল। সেই কালত চলা স্পিৰিট গম তেওঁলোকৰ মূৰত থকা চকৰটোৰ ঠাইত সদায় মজুত আছিল। এতিয়াও তেনে কোনোজনৰ টিকনী বৰ কায়দা কৰি আনে সতকাই ধৰিব নোৱৰাকৈ কায়দা কৰি থয় বুলি জনা যায়। যি হওলক, ড° শৰ্মাদেৱৰ পছিমীয়া ধৰণৰ সাজ পোচাকে মানুহগৰাকীৰ প্ৰতি মোৰ ধাৰণা সলনি কৰি দিলে।

তেখেতৰ লগত ঘনিষ্ঠ হ'বৰ সুযোগ ওলাল— ডিব্ৰুগড় বিশববিদ্যালয়ত উপাচাৰ্য হৈ থকা কালত। প্ৰথমে কামত তেখেতে যোগদান কৰাত সকলোৱে সৌজন্য সাক্ষাৎ কৰি তেখেতক অভিনন্দন জনালে। মই তেখেতক অভিনন্দন নজনাই বৰং আক্ষেপৰ সুৰত ক'লোঁ— এগৰাকী কৃতবিদ্য পণ্ডিতৰ পৰা পাঁচ বছৰলৈ আমি হয়তো একো আশা কৰিব নোৱাৰিম। উপাচাৰ্যৰ অধীনতে চাকৰি কৰিও মই এনেদৰে আক্ষেপ কৰাত, মুকলিকৈ 'বেয়া পাইছোঁ' বোলাত স্বভাৱ সুলভ মিচিকীয়া হাঁহিটোৰে মোক 'বহক, বহক,' বুলি কৈ যিখিনি কথা ক'লে, তাত মোৰ প্ৰত্যয় উপজিল। তেখেতৰ সেই কথাৰ সাৰ মৰ্ম আছিল এনে ধৰণৰ ঃ সংস্কৃতৰ মানুহ বুলিলে সকলোৱে এঙায় ; ভাৱে যে তেওঁলোক একোৰে পাত্ৰ নহয় ; একো কৰিবৰ যোগ্যতা অথবা সামৰ্থ্য তেওঁলোকৰ নাই। এই ভুল ভাঙিবৰ বাবেই কথাটো এক প্ৰত্যাহ্বান স্বৰূপে গ্ৰহণ কৰি তেখেত আহিছে আৰু কলমটোও নেৰিম বুলি সংকল্প গ্ৰহণ কৰিছে। কথাখিনি শুনি মোৰ ভাল লাগিল, কিন্তু সংশয় নুগুচিল ; কাৰণ— প্ৰশাসনৰ সেইবোৰ কামত সমস্যাৰ, জটিলতাৰ অন্ত নাই। ছাত্ৰৰ, শিক্ষকৰ, চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীৰ পৰা আৰম্ভ কৰি বিষয়া বৰ্গৰ, কলেজবোৰৰ এশ এবুৰি সমস্যা। এবাৰ সেইটো পদবীৰ বাবে মোৰ নামটোও আনিব খুজি সন্মতি বিচৰাত মই একেচাটেই প্ৰত্যাখ্যান কৰিছিলো আৰু তাকে শুনি মোৰ প্ৰিয় ছাত্ৰ তথা পিছৰ কালৰ সহকৰ্মী এজনে কৈছিল— 'ছাৰ, জলকীয়াৰ জ্বলাই সোৱাদ।' মই জলকীয়া

নোচোবাওঁ, নোৱাৰোঁ। পিছে, এই পণ্ডিত গৰাকীয়ে কোৱা কথা প্ৰমাণ কৰি দেখুৱালে। সেই কালতে (আৰু আগতেও) বিভিন্নজনৰ অনুৰোধ ৰক্ষা কৰি বিবিধ উপলক্ষ্যত সংস্কৃতৰ এমুঠি সুন্দৰ শ্লোক ৰচনা কৰিলে। সংস্কৃতৰ উচ্চাৰণত অসমত তেখেতৰ সমকক্ষ নাই বুলি জানিছিলোঁ ; কিন্তু শ্লোক ৰচনাতো এনে সিদ্ধহস্ত বুলি জানিব পৰা নাছিলোঁ। দুঘন্টাৰ ভিতৰত একুৰি শ্লোক ৰচনা আনে কৰিব পাৰেনে নোৱাৰে মই নাজানো। মোৰ বিষয়ে পিছত লিখাৰ বাহিৰেও মই কৰা অনুৰোধ অনুসৰি তেখেতে ভালে সংখ্যক শ্লোক ৰচনা কৰিছে। ভাওনা ধৰোতে বৰ বায়নে গোৱা 'শ্ৰীমৎ যশোদা সুত......' শ্লোকৰ শুদ্ধ পাঠ তেখেতে নিৰ্ণয় কৰি দিয়ে— মোৰ তত্ত্বাবধানত সত্ৰীয়া নাচৰ বিষয়ে ড° জগন্নাথ মহন্তই গৱেষণাৰ কাম কৰি থকাৰ সময়ত।

উপাচাৰ্য হৈ যোৱাৰ আগতে এবাৰ পৰিশীলন পাঠ্যক্ৰমত বক্তৃতা দিবৰ কাৰণে তেখেতক নিমন্ত্ৰণ কৰি নিছিলো। বিশ্বকৰ্মা পূজাৰ সময়। এঠাইত গেৰেজৰ মানুহ গোটখাই ডাঙৰকৈ পূজা পাতিছে। এখন ডাঙৰ বেনাৰত লিখা আছে— 'শ্ৰীশ্ৰীবিশ্বকৰ্মা পূজা নমঃ।' মই বোলো ভালজনৰ চকুতে পৰিছে। এই মানুহ গৰাকীৰ বিষয়ে লিখিবলৈ গ'লে মোৰ কথাও তেনেকুৱাই হ'ব— 'বিশ্বকৰ্মা পূজা নমঃ।।' কাৰণ মই বুজো যে এইবোৰ খাৰখোৱা-ভাতখোৱা কথাৰ বাহিৰে তেখেতৰ বিষয়ে লিখাৰ মোৰ শক্তি-সামৰ্থ্য নাই। যি গৰাকী লোকে অনেকৰে প্ৰশস্তি ৰচনাৰে 'অল্পগুণ কৰয় বিস্তাৰ' ৰূপে নিৰ্মাল্য জল ছটিয়ালে, সেই জল উভতি আহি কেন্দ্ৰ স্থলত পুনৰ নপৰেহি। ৰবৰৰে সজা ঢোপ এটা দলিয়াই দিলে আঘাত পৰা ঠাইৰ পৰা বেং উঠি সি পুনৰ দলিয়াই দিয়া ঠাইত আঘাত কৰিব নোৱাৰে বা নকৰে। এটা কেন্দ্ৰৰ পৰা বিচ্ছুৰিত কিৰণ তাৰ ব্যাসাৰ্ধ ভেদিও যাব পাৰে ; কিন্তু ঘূৰি সি কেন্দ্ৰলৈ নাহে। ঠিক তেনে দৰেই ড° শৰ্মাদেৱৰ কলমে অনেককে তেনে ৰচনাৰে উজ্জ্বলাই তুলিছে যদিও, আনৰ কথা ক'ব নোৱাৰোঁ— মোৰ দ্বাৰা তেখেতৰ পোহৰৰ ব্যাপ্তি নিৰ্ণয় কৰাৰ শকতি নাই বুলি মুক্ত কণ্ঠে স্বীকাৰ কৰোঁ। ভীমৰ গদা দাঙিবলৈ গাত ভীমৰ বল লাগিবই।

মহানুভৱতা, দানশীলতাৰ উপৰি 'বিদ্যা দদাতি বিনয়ম্' কথাৰো জ্বলন্ত দৃষ্টান্ত এই নিৰলস সাধক গৰাকী। আজি প্ৰতিষ্ঠিত ভালে কেই গৰাকী পণ্ডিতৰ

প্ৰতিভা বিকাশৰ কাৰণে সৰ্বতোপ্ৰকাৰ উদগনি দাতা ড' শৰ্মাদেৱ। এটি সাধাৰণ কথাই মন চুই গৈছিল— তেখেতৰ 'জন্ম দিনৰ উপহাৰ' নামৰ কিতাপখনি পঢ়ি। সৰুতে চাইকেলত তুলি, হেপো—টেপোকৈ চাউল বনাবৰ বাবে ধানৰ বস্তা নিবৰ বাবে কৰা কষ্টৰ বাবেই গঢ় লৈছিল— দুখীয়াৰ দুখ বুজা সাগৰ সদৃশ এখনি অন্তৰৰ। আহাৰ-পানীত কি সংযম,— দেখিলেহে বুজা যায়। আমিবোৰ জিভাৰ জুতি লৈ লোভত মৰা, আপোনঘাতী যেন লাগে। ২০০২ খৃষ্টাব্দৰ কৃষ্ণকান্ত সন্দিকৈ সাহিত্য বঁটা দানৰ চূড়ান্ত সিদ্ধান্ত হ'ল যদিও, খবৰ কাগজলৈ বাতৰি গ'ল যদিও ৰাজহুৱা ঘোষণা কাগজত ছপা হোৱা নাছিল। হেন সময়তে কিবা এক জৰুৰী কামত তেখেতৰ ঘৰলৈ যাওঁতে হঠাৎ কথাষাৰ ওলাব খুজিও তেখেতৰ মুখৰ পৰা নোলাল। আন এষাৰ কথাহে কলে— 'আপোনাৰ আৰু এটা বাকী আছে।' ইংগিতটো বুজি ক'লোঁ— 'মোৰ স্বাস্থ্যই নুকুলায় আৰু কুলালেও সেইবোৰত নোসোমাও। বোধহয় সি আপোনাৰহে প্ৰাপ্য।' তেখেতে বোলে 'মোৰো স্বাস্থ্য আৰু মন— দুয়োটা কথা।' এৰা, কোনো কোনোৱে হামৰাও কাঢ়ে, সোঁৱে-বাঁৱে খেপিয়ায়। এই পণ্ডিত গৰাকী সেইবোৰৰ প্ৰতি নিৰ্বিকাৰ। ড° মুকুন্দ মাধৱ শৰ্মাৰ অন্য এখন ক্ষেত্ৰৰ কথা ক'বৰ মন গৈছে— পাঠ সমীক্ষা। এই বিষয়টোত গভীৰভাৱে যোৱাজন বিচাৰি উলিওৱা টান।

অনেকেই এনে কামক উটে কাঁইট চোবাই ভাল পোৱা কামৰ লগত তুলনা কৰে ; গুৰুত্ব উপলব্ধি কৰিব নোৱাৰা সকলৰ বাবে আকৌ আঙুৰ টেঙা হয়। কি অসীম ধৈৰ্য, নিষ্ঠা আৰু একাগ্ৰতাৰে তেখেতে যথাৰ্থ ভাৱেই এনে কাম কৰি অপ্ৰতিদ্বন্দ্বী হৈ পৰিছে, সেই কথা সকলোৱেই মুক্ত কণ্ঠে স্বীকাৰ কৰিব। দুখৰ কথা হৈছে বিষয়টোৱে এতিয়াও আমাৰ মাজত গুৰুত্ব লাভ কৰা নাই। তেখেতৰ পূৰ্বসুৰী পণ্ডিত প্ৰৱৰ সন্দিকৈ ডাঙৰীয়াৰ প্ৰকৃত ভাৱেই ড° শৰ্মাদেৱ উত্তৰাধিকাৰী। ইয়াৰ লগতে আন এটা কথা যোগ দি সামৰোঁ। উপাচাৰ্যৰূপে যোগদান কৰাৰ অলপ দিনৰ পাছতে, Indian Musicological Societyৰ Journal অত, Classical Music of Assam : a Retrospect নামৰ এটা প্ৰবন্ধ ওলোৱাত বৰ উৎফুল্ল হৈ সেইটো তেখেতক দেখুৱালোঁ। পঢ়িচাই তেখেতে মোক সুধিলে 'কুট্টনীমত' খন পাইছেনে? মই জাকৈতে খালৈ বাই পণ্ডিতালি কৰিবলৈ ওলোৱাত ধিক্কাৰ উপজিল আৰু ভাল শিক্ষা

এটা পালোঁ। লাজতে মুচকচ যোৱা যেন হৈ তাৰ পৰা সাউৎকৰে পলাই আহিবৰ মন গ'ল। মোৰ স্বীকাৰোক্তি শুনি তেখেতে একো নকলে ; কিন্তু মুখৰ অভিব্যক্তি মোৰ প্ৰতি পুতৌ নে তাছিল্যৰ দৃষ্টি, চাবলৈ, মূৰ তুলিবলৈ সাহস নহ'ল। শিক্ষা কিন্তু জনমলৈকে পালোঁ। মই লেখাটো দেখুৱাই তেখেতৰ পৰা প্ৰশংসা নোপোৱাকৈ নাথাকিলো যদিও ঘাই পুথি এখন নোচোৱা— নেদেখাকৈ তাৰ উল্লেখ কৰা কাম যে কিমান টুলুঙা, সেইটো কথা মৰ্মে মৰ্মে উপলব্ধি কৰি ম্ৰিয়মান হ'লোঁ। সেয়ে তেখেত 'জীৱেৎ শৰদঃ শতম্।'

***

# গুৰুপৰম্পৰাৰ ধ্বজাবাহক ড° মুকুন্দ মাধৱ শৰ্মা

অহল্যা গগৈ

প্ৰবেশিকা পৰীক্ষাৰ ডেওনা পাৰ হৈ যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত ভৰ্তি হৈছিলো ১৯৪৯ চনত। সেই সময়ৰ অবিভক্ত অসমত স্ত্ৰী-উচ্চশিক্ষাৰ মাত্ৰ এখনেই শিক্ষানুষ্ঠান আছিল। সেয়া হ'ল গুৱাহাটীৰ দীঘলীপুখুৰীপাৰত অৱস্থিত সন্দিকৈ ছোৱালী কলেজ। উজনি অসমতো তেনে এটি ভাৱনাৰে জগন্নাথ বৰুৱা কলেজৰ সহ-শিক্ষা আঁতৰাই নতুনকৈ এটা ছাত্ৰীশাখা খোলা হৈছিল পুৱাবেলা। অসমৰ এই প্ৰথম বে-চৰকাৰী কলেজখনৰ অধ্যক্ষ আছিল উদ্যোগী শিক্ষাবিদ্ তুলসী নাৰায়ণ শৰ্মাদেৱ। তেখেত আছিল ড° মুকুন্দ মাধৱ শৰ্মাৰ পিতৃ প্ৰয়াত ডাঃ ৰুচি নাৰায়ণ শৰ্মাদেৱৰ ভাতৃ। সেই দিনৰে এই গৰাকী শিক্ষা গুৰুৰ স্মৃতিয়ে সোঁৱৰায় এক বিশেষ পৰম্পৰা, যি পৰম্পৰা বৰ্ত্তমানেও অটুত হৈ আছে শিক্ষাগুৰু মুকুন্দ মাধৱৰ জীৱনধাৰাত। তুলসী নাৰায়ণ শৰ্মা মোৰ পিতৃ কৃষ্ণকান্ত সন্দিকৈৰ ঘনিষ্ঠ সহযোগী আছিল। পিতৃদেৱে ইউৰোপত শিক্ষা সাং কৰি ঘৰলৈ অহাৰ সময়ত যোৰহাটত ৰাজহুৱা কলেজ এখন প্ৰতিষ্ঠা কৰাৰ উদ্যোগ লৈ তেখেতকে প্ৰতিষ্ঠাপক অধ্যক্ষৰ দায়িত্ব দিয়া হৈছিল। সেয়া পৰাধীন কালৰ ১৯৩০ চনৰ কথা। ১৯৪৭ চনত দেশ স্বাধীন হোৱাৰ লগে লগে অসমত তথা ভাৰতৰ সীমামূৰীয়া উত্তৰ পূব অঞ্চলৰ প্ৰথমখন বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰাৰ অৰ্থে সন্দিকৈদেৱক উপাচাৰ্যৰ কাৰ্যভাৰ দিয়া হয়। ইয়াৰ মাজৰ

সোতৰ বছৰ কাল পিতৃদেৱে তুলসী নাৰায়ণ শৰ্মা আৰু সহৃদয় সহযোগী সকলৰে সৈতে মিলি কলেজ স্থাপনৰ বাবে যি কষ্ট স্বীকাৰ কৰিব লগীয়া হৈছিল, সেই কথা কলেজৰ সোণালী জয়ন্তী উৎসৱত দিয়া আশীষ বাণীত তেখেতে লেখিছিল—It is not very usual for a man to be associated with on institution for seventeen years and then as an octogenarian, witness the celebration of its golden jubilee. But in the thirties the idea of a college at Jorhat, sponsored neither by the Government nor by the public, appeared somewhat strange to me when broached by Tulsinarayan Sharma, the real founder of the insitution, and one of the great optimists of our time. The public reaction to the project was far from enthusiastic, and might be described as one of subdued scepticism.

অসমৰ প্ৰথম বে-চৰকাৰী কলেজখনৰ প্ৰকৃত প্ৰতিষ্ঠাতা শৰ্মাদেৱ বুলি উল্লেখ কৰি যুগৰ এজন মহান আশাবাদী উদ্যোগী শিক্ষাবিদ বুলি পিতৃদেৱে মন্তব্য কৰিছে।

কলেজ স্থাপনৰ উদ্যোগৰ লগতে দুয়োজনৰে মাজত যি সদ্ভাৱ গঢ়ি উঠিছিল, সেই সৌহাদ্য চিৰকালে অন্তৰত জাগ্ৰত হৈ আছিল। আমাৰ পৰিয়ালত তুলসী নাৰায়ণ শৰ্মা এটা চিনাকি নাম। ঘনিষ্ঠ সান্নিধ্য নাপালেও মনত পৰা কালৰে পৰা তেখেতৰ প্ৰতি আমাৰ অন্তৰত শ্ৰদ্ধাভাৱ আছিল। কলেজখনৰ ছাত্ৰী হোৱাৰ প্ৰতি অধ্যক্ষগৰাকীৰ সান্নিধ্যলৈ অহাৰ সুযোগ পাইছিলো। শুভ্ৰ ধুতি-পাঞ্জাবী-চেলেং কাপোৰ পৰিহিত এই গৰাকী অধ্যক্ষৰ শান্ত-সৌম্য চেহেৰা আৰু ধীৰ, স্থিৰ কথাবোৰে সাধাৰণতেই ছাত্ৰ-ছাত্ৰীক প্ৰভাৱান্বিত কৰিব পাৰিছিল। কলেজখনৰ পৰিসৰ বৃদ্ধি কৰিবলৈ তেখেতে নিজে যেনেকৈ অহৰহে অতি নিষ্ঠাৰে পৰিশ্ৰম কৰিছিল, সেইদৰে ছাত্ৰ-ছাত্ৰীকো এই উদ্যোগত ভাগ ল'বলৈ আহ্বান জনাইছিল। তেখেতৰ আহ্বানৰ প্ৰতি সহাঁৰি জনাই ছাত্ৰসকলেও কলেজৰ বিজ্ঞান শাখা স্থাপনৰ বাবে পূৰ্জী সংগ্ৰহ অভিযানত যোগ দিছিল, কলেলজৰ বিজ্ঞান শাখা স্থাপনৰ বাবে সদ্য প্ৰয়াত অধ্যাপক ত্ৰৈলোক্য নাথ

গোস্বামীৰ সভাপতিত্বত গঠন কৰি দিয়া পূজী সংগ্ৰহ সমিতিৰ (তেতিয়া ছাত্ৰ) শ্ৰীমুকুন্দ মাধৱ শৰ্মা আছিল এগৰাকী যুতীয়া সম্পাদক। শ্ৰীৰামে সাগৰতসেতু নিৰ্মাণ কৰোঁতে কেৰ্কেটুৱা এটিয়ে যেনেকৈ কুটা এডাল দি সহায়ৰ হাত আগ বঢ়াইছিল, সেইদৰে আমি বিজ্ঞানৰ চাৰি-পাঁচ জনী ছাত্ৰীয়েও অন্ততঃ এদিন ঘৰে ঘৰে চান্দা উঠোৱা আজিও মনত পৰে। কলেজৰ ছাত্ৰী শাখাত ছাত্ৰীৰ সংখ্যা সীমিত হলেও ছোৱালীবিলাকে নিঃসঙ্কোচে এটা স্বাধীনচিতীয়া ব্যক্তিত্ব গঢ়ি তোলাৰ সুযোগ পাইছিল। সেইদিনত আমাৰ সমাজখনৰ জীৱনধাৰাৰ পৰিবেশ আছিল সম্পূৰ্ণ পৃথক। এখন নগৰ— এখনেই ছোৱালী হাইস্কুল, এখনেই ছোৱালী কলেজ অথবা এখনেই ল'ৰাৰ চৰকাৰী হাইস্কুল লগতে দুই এখন বে-চৰকাৰীল'ৰাৰ হাইস্কুল। সেইকেইখন শিক্ষানুষ্ঠানতে ল'ৰা-ছোৱালীয়ে শিক্ষা লৈ ভবিষ্যতৰ জীৱন গঢ়ে। ধনী-নিধনী সকলোৰে মনত একেই বন্ধুত্বসুলভ শুভইচ্ছা আৰু সন্তুষ্টিৰ মনোভাব। শঙ্কৰ গুৰুৱে গঢ় দিয়া এখন সাম্যভাবৰ সমাজ। সৰুকালত পাঠ্যপুথিত পোৱা শুৱনি গাঁওখনৰ চালত লাও-কোমোৰা, জিকা-ভোল, গোহালিত গৰু, পুখুৰীত মাছ, বাৰীত তামোল-পান ইত্যাদি লেখাবোৰ আছিল এক সুন্দৰ বাস্তৱ। বিত্তশালীয়ে সৎকৰ্মৰ বাবে বিত্ত দান কৰি নিজেই কৃতাৰ্থ মানে— বিত্তৰ ফুলজাৰি প্ৰদৰ্শন কৰি গৌৰৱান্বিত নহয়। নিধনীয়েও অভাৱগ্ৰস্ত হৈ ঘূৰি নুফুৰে। কিবা নহয় কিবা উপায়েৰে আত্মসন্মান সহকাৰে সমাজত বাস কৰে। সমাজৰ সকলোৰে মাজত সমানেই শ্ৰদ্ধা-ভক্তি। কিবা এটাপোৱা নাই বুলি আন্দোলন কৰাৰ পৰম্পৰা নাছিল। দিন জোৰা সংগ্ৰামী বন্ধবোৰো নাছিল। সেইকালৰ অসমীয়া সমাজখনত থকা-মেলাৰ মানদণ্ড সকলোৰে প্ৰায় একেই আছিল।

আমাৰ কলেজৰ আটাইকেইটা শ্ৰেণীৰ ছাত্ৰীসকলৰ মাজত একতা আৰু বন্ধুত্বৰ ভাব সদা বিৰাজমান। শিক্ষাগুৰুসকলৰ প্ৰতি শ্ৰদ্ধাৰ লগতে এক আপোন আপোন ভাব। ছোৱালীবিলাকৰ সাংস্কৃতিক অনুষ্ঠানবোৰত অভিভাৱক আৰু শিক্ষাগুৰুসকলেও দৰ্শক হিচাপে অংশ লৈ ছোৱালীবোৰক উৎসাহিত কৰে। ছাত্ৰীসকলৰ মঞ্চাভিনয় চাই অধ্যক্ষগৰাকীয়েও ইটো সিটো মন্তব্য কৰি আমোদিত হয়। এই গৰাকী ৰসজ্ঞ শিক্ষাগুৰুৰ বিষয়ে মাত্ৰ ইমানেই জানিছিলো যে তেখেত কলেজৰ নাতিদূৰত বাস কৰে আৰু আত্মীয় স্বজনেৰে সৈতে এটা ডাঙৰ

পৰিয়ালৰ দায়িত্ব বহন কৰে।

মালবিকা দেবী নামে তেখেতৰ লগতে থকা এগৰাকী ভতিজীক ছোৱালীবিলাকে বৰ সন্মান কৰিছিল। এই গৰাকী বুদ্ধিদীপ্ত জ্যোৎস্না প্ৰাক্তন ছাত্ৰীয়ে নিজে নাটক ৰচনা কৰি ছোৱালীবিলাকক অতি উৎসাহেৰে নাটক মঞ্চস্থ কৰিবলৈ শিকাইছিল। সাংস্কৃতিক অনুষ্ঠান পাতিলে ছাত্ৰীবোৰে ছোৱালীয়ে কৰিব পৰা নাটক লেখি দিবলৈ তেওঁক সদায় খাটনি ধৰিছিল। দুটি কণ কণ কন্যা শিশুৰে সৈতে মালবিকা বাইদেৱে অকালতে বৈধব্য শিৰ পাঁতি লৈছিল যদিও সকলোৰে লগত মিলি-জুলি থাকি অতি সাহসেৰে সমাজত প্ৰতিষ্ঠিত হ'ব পাৰিছিল। আমি পঢ়া দিনত তেওঁৰ সৰুভাই মুকুন্দ মাধৱ কলেজৰ এজন সৰবৰহী মেধাবী ছাত্ৰ আছিল। অধ্যক্ষ মহোদয়ৰ ছত্ৰছায়াত ডাঙৰ দীঘল হোৱা গুণৱান পৰিয়ালটিৰ প্ৰতি স্বাভাৱিকতেই আমাৰ সকলোৰে সদিচ্ছা আৰু সম্ভাৱৰ উদয় হৈছিল। এনে উৎসাহ উদ্দীপনাৰে কলেজ চলি থকাৰ মাজতে হঠাৎ এদিন শুনিলো আমাৰ শ্ৰদ্ধাভাজন অধ্যক্ষগৰাকী দুৰাৰোগ্য কৰ্কট ৰোগত আক্ৰান্ত হৈছে। তেখেতে বাস কৰা খেৰ-বাঁহৰ ঘৰটোও সেই সময়তে বিদ্যুৎ বাহী তাঁৰ লাগি জুই লগা বুলি শুনি ছাত্ৰসকল মৰ্মাহত হৈ পৰিছিল। আমি কেইজনীমানে তেখেতক খবৰ কৰিবলৈ গৈছিলো। কিন্তু স্থিতপ্ৰজ্ঞ অধ্যক্ষজনাৰ মুখমণ্ডলত দেখিলো পূৰ্বৰ সেই শান্ত সৌম্য ভাব। ধীৰ স্থিৰ কথা বতৰা পাতি আমাক চাহ জলপানেৰে আপ্যায়িত কৰিলে। আমাৰ বুকুত কিহবাই শেল মাৰি ধৰা যেন লাগিল। ১৯৫২ চনৰ ৩০ চেপ্তেম্বৰত এই গৰাকী বহুমুখী প্ৰতিভাৰ সমাজসেৱকে বাৱন বছৰ বয়সত ইহলীলা সম্বৰণ কৰিলে।...... কেইবা দশকো পাৰ হৈ গ'ল। অতকালে ব্ৰহ্মপুত্ৰৰ বুকুৰেদি অনেক সোঁত বাগৰিল। সময়ৰ, দৃষ্টিভঙ্গীৰ, চিন্তাধাৰাৰ আৰু অনেক প্ৰসঙ্গৰ সোঁত। জনসংখ্যা বাঢ়িল অভাবনীয় ৰূপত। ৰাস্তা-ঘাট, অনুষ্ঠান, প্ৰতিষ্ঠান বাঢ়িল। থকা-মেলা ঠাইবোৰৰ সঙ্কোচন ঘটিল, লগে লগে যেন মহানুভৱতাৰ ভাববোৰো। তথাকথিত প্ৰগতিৰ উচ্ছৃঙ্খলতাৰ ধুমুহাই কিন্তু আমাৰ ওপৰত প্ৰভাৱ পেলাব নোৱাৰিলে। শৈশৱৰ পৰাই যি আদৰ্শত ডাঙৰ দীঘল হৈছিলো, সেই আদৰ্শৰ বীজ চিৰকালে আমাৰ মাজত ৰৈ গ'ল। মনত ৰৈ গ'ল তাহানিৰ সহৃদয় চিনাকিজনৰ প্ৰতি থকা অকাৰণ সদিচ্ছা আৰু সম্ভাৱ।

১৯৮২ চনত পিতৃদেৱৰ দেহাৱসানৰ পাছৰে পৰা অতীতৰ সোঁৱৰণিৰে তেখেতৰ বিষয়ে প্ৰৱন্ধ, গ্ৰন্থ আদি ৰচনা কৰাত হাত দিলো। কৃষ্ণকান্ত সন্দিকৈ আৰু নৈষধচৰিতৰ জিলিঙণি গ্ৰন্থখন প্ৰথমে লেখিবলৈ লৈ ভাবিলো, পিতৃদেৱৰ দুৰূহ গ্ৰন্থকেইখনৰ বিষয়ে লিখিবলৈ হ'লে এগৰাকী সংস্কৃতজ্ঞৰ পৰামৰ্শ ল'ব লাগিব। সেই সময়ত কাব্যতীৰ্থ ড° মুকুন্দ মাধৱ শৰ্মা ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হৈ আছিল। মোৰ মনৰ ভাব ব্যক্ত কৰিবলৈ বুলি ডিব্ৰুগড় অভিমুখে ৰাওনা হ'লো ১৯৯৭ চনৰ শুভ দিন এটাত। কিন্তু আগেয়ে ড° শৰ্মাৰ লগত কোনোদিনেই মোৰ কথাবতৰা হোৱা নাছিল। কিন্তু অতীতৰ সদ্ভাৱ আৰু সদিচ্ছা জাগ্ৰত হৈ থকা মনটোৱে এই দিশত বাধাৰ সৃষ্টি নকৰিলে। তাহানিৰ আপোন আপোন লগা মনোভাবে আমাক ওচৰ চপাই আনিছে। অতকালৰ মূৰত মুকুন্দ মাধৱ শৰ্মাক মই প্ৰথম দেখা পালো বিশ্ববিদ্যালয়ৰ কাৰ্যালয়ৰ সন্মানীয় উপাচাৰ্যৰ আসনত। অলপ সময় কথা পাতি থাকোতেই মোৰ চকুৰ আগত ভাহি উঠিছিল তাহানিৰ আমাৰ শ্ৰদ্ধাভাজন অধ্যক্ষগৰাকীৰ প্ৰতিচ্ছবি। সেই প্ৰতিচ্ছবিৰ লগত মুকুন্দ মাধৱ কোনো পাৰ্থক্য নাই। একেই শান্ত-সৌম্য চেহেৰা আৰু ধীৰ, স্থিৰ গাম্ভীৰ্যপূৰ্ণ কথা-বতৰা। একেই নিষ্ঠা আৰু পাণ্ডিত্য। আচৰিত হ'বলগীয়া একো নাই।

জ্যেষ্ঠসকলে আমাক যি ঠাঁচত গঢ় দিয়ে সেই গঢ়েই চিৰকালে থাকি যায়। সেই সাক্ষাতৰ কিছুদিনৰ পাছত ড° শৰ্মাই অৱসৰ লৈ গুৱাহাটীত থাকিবলৈ ল'লে। কিন্তু অসুস্থতাৰ বাবে আগৰদৰে কাৰ্যক্ষম হৈ নাথাকিল। অসুখৰ কষ্ট স্বীকাৰ কৰি হলেও তেখেতে অনুৰোধ ৰক্ষা কৰি মোক লেখা কামত আগ বাঢ়িবলৈ উৎসাহিত কৰিলে। মোৰ কিতাপখনত তত্ত্ব-গধুৰ Foreword লিখি কিতাপৰ সৌষ্ঠৱ বঢ়ালে। কেৱল সিমানতেই সামৰণি নপৰিল। মোৰ পৰিকল্পনা অনুযায়ী কৃষ্ণকান্তসন্দিকৈ আৰু যশস্তিলকৰ ৰেঙণি আৰু প্ৰবৰ সেনৰ সেতুবন্ধ— অনুবাদ আৰু চমু পৰিচয় নামৰ কিতাপ দুখনো লিখি শেষ কৰিলো। দুয়োখন কিতাপৰ Foreword লিখি দিবলৈ পুনৰ তেখেতক একান্ত অনুৰোধ জনালোঁ। ভীষণ অসুস্থতাৰ মাজতো তেখেতে কেয়োখন কিতাপৰ পাণ্ডুলিপি চালি জাৰি চাই দুই এটা ভুল আঙুলিয়াই দি দীঘলীয়া Foreword লিখি দিলে। লেখক-লেখিকাক উদগণি দিয়াৰ এয়েই পাণ্ডিত্যৰ পৰাকাষ্ঠা। পাণ্ডিত্যৰ বেলিকা অসুখ-

বিসুখে হাৰ মানে, শাৰীৰিক অসুস্থতাই দিয়া কষ্ট দেখি দুঃখ লাগিলেও তেখেতৰ ওচৰত মোৰ আবদাৰৰ যেন অন্ত নপৰে। মোৰ চিৰকলীয়া সন্তাৱ আৰু পিতৃদেৱৰ প্ৰতি থকা তেখেতৰ শ্ৰদ্ধাই হয়তো তেখেতক শক্তি দিয়ে। শেহতীয়াকৈ যোৱা বছৰৰ চব্বিশ আগষ্টৰ দিনা ৰাজহুৱা সদনলৈ আহি "কৃষ্ণকান্ত সন্দিকৈ স্মাৰক বক্তৃতা" প্ৰদান কৰিবলৈ খাটনি ধৰিলো। কষ্ট স্বীকাৰ কৰিও সেই কাম তেখেতে অতি কৃতকাৰ্যতাৰে সম্পন্ন কৰিলে। সাধাৰণতে অসুস্থতাৰবাবে ড° শৰ্মাই ৰাজহুৱা অনুষ্ঠানবোৰত অংশ ল'বলৈ এৰিছিল।

সেই বিশেষ দিনটোত গুৱাহাটীৰ কলেজ আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী আৰু পূৰ্বৰ ছাত্ৰ-ছাত্ৰীয়েও, যিসকল তেখেতৰ বৰ্ত্তমানৰ সহযোগী, সকলোৱেই অতি আগ্ৰহেৰে বক্তৃতা অনুষ্ঠানত উপস্থিত থাকি লাভ কৰিলে অসীম উৎসাহ, উদ্দীপনা আৰু গুৰুজনৰ আশীৰ্ব্বাদ। শিক্ষাবিদ, সাহিত্যক আৰু বিভিন্ন জনেৰে ঠাহ খোৱা সভাকক্ষত "বৈদিক সংস্কৃতিৰ ধাৰাবাহিকতা" শীৰ্ষক বক্তৃতাটি আটায়ে উপভোগ কৰি ভগবানৰ ওচৰত প্ৰাৰ্থনা জনালে, প্ৰেৰণাৰ উৎস শিক্ষাগুৰুজনে যেন শীঘ্ৰে আৰোগ্য লাভ কৰিব পাৰে।

***

# A TRIBUTE TO PROF. M.M. SHARMAJI

**M. M. Agrawal**

Professor Mukunda Madhava Sharmaji came to be known to me when we were delegates for attending the first International Symposium on the Sanskrit Language organized by the Latin American Association of Sanskritists at Mexico in Feb. 1982. It was indeed a privilege to have the company of Prof. Sharmaji on this occasion. I was young and innocent. Next day I had to present my paper entitled : "the Philosophy of Dvaitadvaita". I was very depressed and asked my Guruji Professor Rasik Vihari Joshi, who was at that time working as I.C.C.R.'s Visiting Professor and in that capacity was in Mexico for four years, for non-presenting my paper Guruji told me that it is impossible and he advised me to consult Prof. Sharmaji. During the period of the conference along with me Prof. Ram Murti Sharma, Pandit Bhagavati Prasad Pandya and Prof. Sharmaji were guests in the Guruji family in Mexico. I approached Prof. Sharmaji and told him my problem. He immediately encouraged me and asked to sit together for preparing the paper at home. Surprisingly he edited my **paper in his writing,** which is still preserved with me; discussed it for the **whole night** and also blessed me for its presentation. Undoubtedly I was very fortunate to be in very close contact with Prof. Sharmaji. Next day I pleasantly presented my paper which got highly appreciated by all the scholars who commented that 'the paper is very concise and

is written in a superb manner', so that it was included in the proceeding of the symposium entitled *Cultura Sanskrita* 'संस्कृतसंस्कृतिः' It was only due to Prof Sharmaji's blessings. Through this way he taught me the research methods He is my research *guru* I always remember him as my research teacher and follow his concise and valuable research methods I have great admiration for Prof Sharmaji because of his profound scholarship and singular research talents Well acquainted as he is with Indian and Western contributions to Sanskrit studies, he firmly believes in the universality of learning. What I admire most in the personality of Prof. Sharmaji is his positive approach to life.

I wish to felicitate my *guru* Prof Sharmaji and most sincerely pray to Almighty God for his health and a very long life so that the treasure of Sanskrit Wisdom may be enriched further more by his research genius. May ***Bhagavan Srikisna*** bestow on him His love, blessings and grace.

## A LETTER TO PROF. M.M. SHARMA FORM A KENYAN FRIEND

**(Reproduced here in order to highlight Prof. Sharma's popularity and personality : Editor)**

**AUM**

Adaraneeya Sri Prof.. Dr. Mukunda Madhava sharma & Smt. Elima Sharma,

Saprem Namaskar, I hope you are well there. I thank you for the book you sent to me. It was very kind of you to write so great about me in Sanskrit language and print in that book. I was very much touched by that. I found you the most learned scholar of Sanskrit language I have known personally. Above that you were humble, kind and very understanding. Inspute of your age you were very energetic and enthusiastic when meeting people. You had a treasure of knowledge which you wanted to share with us. Unfortunately you stayed very few months in Nairobi. But I was very fortunate to have met you and had many conversations with you & Mataji, whenever it was possible. Mostly we met during BSS Sakha meetings at Deendayal Bhavan or at Hindu Bhavan. I am grateful to you for appreciating my publication called Vishva Hindu Calendar for 1998-99 dates

*With best wishes and love,*

**Liladhar Bharadia** (Nairobi)

# মুকুন্দ মাধৱ শৰ্মা মানুহজন ঃ এক কাব্যিক অনুভৱ

**কৰবী ডেকা হাজৰিকা**

যিদৰে ঘাঁহৰ বুকুৰ পৰা এপাহ নীলা ফুলে মূৰ তুলি চায় সৌম্য বটবৃক্ষলৈ, সেইদৰে দেখিছিলো মানুহজনক— বহুত ওখত। মোৰ জীৱনৰ আনন্দময় দিনবোৰৰ কোনো এক মংগলক্ষণত।

সেইদিনা আছিল শৰতৰ স্নিগ্ধ প্ৰভাত। জালুকবাৰীত নতুন নিয়ৰ সৰিছিল। কুঁৱলীৰ আঁচলত খেলিছিল এজাক কোমল ৰ'দে, বান্ধৱীৰ চঞ্চল কলহাস্যৰে মুখৰিত পুৱাৰ বতাহত শেৱালিৰ সুবাস এক হৈ মিলি পৰিছিল শৰালীৰ বনৰীয়া গীতৰ সুৰত।

আমি ভৰি দিছিলো বান্ধৱীৰ গুৰু সেই জ্ঞান-তপস্বীৰ চোতালত।

তেওঁ ওলাই আহিছিল,
ঘাঁহত ফুলে দৰ্শন পাইছিল মহীৰুহৰ।

সেই মুহূৰ্তৰ তেওঁ মোৰো গুৰু হৈ পৰিছিল। চিন্তা আৰু আত্মাৰ গুৰু।

মানুহজনৰ মাজত আছে এখন সাগৰ। অক্ষম ডুবাৰুৰ দৰে আমি সাগৰৰ তীৰত বহি থাকোঁ আৰু বিস্ময়ভৰা মনেৰে প্ৰত্যক্ষ কৰোঁ সাগৰতলীৰ মনি-মুকুতাৰ জিলিকনি।

বহুতো স্মৰণীয় ক্ষণ পাৰ হৈছে তেওঁৰ সান্নিধ্যত। অবাক হৈ লক্ষ্য কৰিছোঁ--কেনেকৈ তেওঁৰ হাতত হাত থৈ কথা পাতে কালিদাসে— তেওঁক লগ পাবলৈ

অপেক্ষা কৰে ভৱভূতি, মাঘ, ভাৰৱিয়ে। তেওঁৰ প্ৰাংগণত ধেমালি কৰে সখী পৰিবেষ্ঠিতা শকুন্তলাই। দেখা পাওঁ 'সঞ্চাৰিণী দীপশিখা' ইন্দুমতীকো।

মানুহজনৰ চেনেহ ওপচা মনটোক মোৰ মেঘৰ লগত তুলনা কৰিবলৈ মন যায়। মেঘে বৰষুণ দিয়ে, বৰষুণে গজায় সেউজী শইচ। জালুকবাৰীৰ জ্ঞানমন্দিৰত তেওঁৰ শিক্ষা আৰু আশীৰ্বাদেও বহুতো সেউজীয়া প্ৰাণক লহপহকৈ বাঢ়িবলৈ সহায় কৰিছিল। তাৰে বহুতো আজি পৰিণত বৃক্ষৰ ৰূপত স্বমহিমাৰে প্ৰতিষ্ঠিত।

নমস্য সেইজন গুৰু মুকুন্দ মাধৱ শৰ্মাৰ কথা মনলৈ আনিলে এটা দেৱমন্দিৰৰ ছবিও মোৰ মনলৈ আহে। তেওঁৰ পাণ্ডিত্য, কোমলতা আৰু অনুভূতি প্ৰৱণ হৃদয়ৰ স্নেহ যেন চন্দনধূপৰ ধোঁৱা হৈ বিয়পি পৰে। সংকীৰ্ণতাই মুঠেই চুব নোৱাৰা তেওঁৰ হৃদয়ৰ দীপ্তি যেন সেই মন্দিৰৰ অক্ষয় বন্তি।

ডিব্ৰুগড় বিশ্ববিদ্যালয়ত আকৌ এবাৰ তেওঁক ওচৰৰ পৰা পাইছিলো। দায়িত্বপূৰ্ণ ব্যস্ততাৰ, বহুতো সংকটপূৰ্ণ সময়ৰ মাজত স্থিতপ্ৰজ্ঞ স্থিৰতাৰ, নানা বিদ্যায়তনিক অনুষ্ঠানত সুশ্ৰাব্য ভাষণ দানৰ বহুতো স্মৃতি ৰৈ গ'ল আমাৰ মাজত। সাহিত্য আৰু সংগীতত থকা তেওঁৰ সহৃদয় অনুভৱৰো উমান পালো।

নাহৰ গছৰ শোভাৰে ভৰা ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ চৌহদত তেওঁৰ স্পৰ্শ আজিও সজীৱ হৈ আছে।

তেওঁৰ আশিস আৰু স্নেহেৰে ধন্যা গুণমুগ্ধা ছাত্ৰীয়ে অন্তৰ উজাৰি কামনা কৰিছো এই মহান ব্যক্তিত্বৰ সুস্বাস্থ্য আৰু দীৰ্ঘজীৱন।

***

# মুকুন্দ মাধৱ শৰ্মা ঃ সান্নিধ্য আৰু অনুভৱ

মহেশ চন্দ্ৰ ভূঞা

১৯০১ চনত কটন কলেজ স্থাপন হোৱাৰ পাছত অসমৰ উচ্চ শিক্ষা লব খোজা প্ৰায় সকলো ছাত্ৰ-ছাত্ৰীয়েই এই কলেজত পঢ়িছিল। ত্ৰিশৰ দশকত যোৰহাটত জগন্নাথ বৰুৱা মহাবিদ্যালয় স্থাপন হোৱাৰ পাছত উজনি অসমৰ এক বুজন সংখ্যাক ছাত্ৰ-ছাত্ৰীয়ে ইয়াত পঢ়িবলৈ লয়। এনেকুৱা ছাত্ৰ-ছাত্ৰীৰ ভিতৰত ড° মুকুন্দ মাধৱ শৰ্মাও অন্যতম— এখেতে ১৯৪৮ চনৰ পৰা ১৯৫২ চনলৈ এই মহাবিদ্যালয়ত পঢ়িছিল।

১৯৫৫ চনমানৰ কথা - আমি ইতিমধ্যে কটন কলেজৰ শিক্ষক। শ্ৰীশৰ্ম্মাই নলবাৰী কলেজত কিছুদিন অধ্যাপনা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ত যোগদান কৰিছিলহি। একে ঠাইৰে দুখন ককাই-ভাইৰ নিচিনা শিক্ষানুষ্ঠানৰ শিক্ষক হোৱাৰ কাৰণে তেতিয়াই তেখেতৰ লগত লগালগি হ'বলৈ প্ৰথম সুযোগ পাইছিলো। তাৰোপৰি পঞ্চাশৰ দশকৰ শেহৰফালে শিৱসাগৰৰ মোৰ দেউতাৰ সহপাঠী বন্ধুৰ জোৱায়েঁক হোৱাত পৰিয়ালটোৰ লগতো আমাৰ সু-সম্পৰ্ক গঢ়ি উঠিছিল।

১৯৮০ চনৰ আৰম্ভণিতে আমি গুৱাহাটী বিশ্ববিদ্যালয়ত পঞ্জীয়ক হিচাবে যোগদান কৰিলোহি তেতিয়া তেখেত সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক— চাকৰি সূত্ৰেও আমাৰ মাজত ঘনিষ্ঠ সম্বন্ধ গঢ়ি উঠিল। তাৰোপৰি একে চৌহদতে প্ৰায় আধা ফাৰ্লং দূৰত্বতে আমাৰ দুইখন ঘৰ অৱস্থিত, প্ৰতিবেশী হিচাবেও আমাৰ মাজত এটা সু-সম্পৰ্ক গঢ়ি উঠিল।

১৯৮২ চনত এখন সংস্কৃতৰ আন্তৰ্জাতিক আলোচনা চক্ৰত যোগ দিবৰ বাবে মুকুন্দ মাধৱ শৰ্মাই মেক্সিকলৈ যাবলৈ ওলাইছিল। তাৰ বাবে দিশপুৰৰ পৰা এটা আংশিক বিত্তীয় সহায় দিয়াৰ প্ৰতিশ্ৰুতিৰ প্ৰয়োজন। মুকুন্দ মাধৱ শৰ্মাই দুসপ্তাহ মান অহা যোৱা কৰিও কাগজখন উলিয়াব পৰা নাছিল। মই কথাটো জানিব পাৰি এজন বিশিষ্ট মন্ত্ৰীক কথাটো কৈ দুদিনৰ ভিতৰতে কামটো কৰাই দিছিলো। এতিয়া ইমান বছৰৰ মূৰতো তেখেতে লগ পালেই কথাৰ লগত সেইটো কথা উলিয়াই মোৰ কাৰণেইহে তাঁলৈ সময়মতে যাব পাৰিলে বুলি কৃতজ্ঞতা প্ৰকাশ কৰে। আচলতে সেইটো কেতিয়াও নহয় নিজৰ কৰ্ত্তব্যৰ ভিতৰত পৰেই কাৰণে কৰিছিলো, আন সকলোৱে ক্ষেত্ৰতো কৰিবলগীয়া হয়।

জালুকবাৰীত থাকোঁতেই তেখেতৰপৰা শুনিছিলো— অকল তেখেতেই নহয়, পৰিয়ালৰ সকলোৱেই ৰাতিপুৱা পোহৰ হোৱাৰ আগতেই গা-পা ধুই আজৰি হৈ দিনটোৰ ব্যস্ততাৰ জীৱন আৰম্ভ কৰে। আজিও নিশ্চয় তেখেতৰ সেই অভ্যাস অটুত আছে।

১৯৯২ চনৰ ১২ জুলাইত তেখেতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত উপাচাৰ্য্য হিচাবে যোগদান কৰে। সেই বছৰৰে আগষ্ট মাহৰ প্ৰথম সপ্তাহত প্ৰথম গুৱাহাটীলৈ আহিয়েই আমাৰ ঘৰলৈ আহি প্ৰায় এঘন্টামান মোৰ ওচৰত বিশ্ববিদ্যালয়খনৰ বিষয়ে আলোচনা কৰিলেহি। ১৯৯১ চনৰপৰাই আমি সেইখন বিশ্ববিদ্যালয়ৰ কাৰ্য্যবাহী পৰিষদ, বাচনি কমিটি আৰু বিত্ত কমিটিৰ সদস্য হিচাবে কাৰ্য্যনিৰ্বাহ কৰি আছিলো আৰু সেয়েহে তেখেতে নতুনকৈ অহা কাৰণে আমাৰ লগত আলোচনা কৰিছিলহি।

তেখেতক সেই ৫ বছৰ কাল মই বৰ ওচৰৰপৰা পালো। ওপৰত উল্লেখ কৰি অহা মই থকা কমিটি কেইখনৰ তেখেতেই সভাপতি। প্ৰথমে কেইমাহমান কথাবিলাক বুজি লোৱাৰ পাছত অকল বিদগ্ধ পণ্ডিতেই নহয়, এজন সু-প্ৰশাসক হিচাবেও তেখেতে তাত খ্যাতি অৰ্জন কৰি আহিল।

কলাবিভাগৰ এজন বিদগ্ধ পণ্ডিত যদিও, মেট্ৰিক পৰীক্ষাত অসমীয়া আৰু সংস্কৃতত লেটাৰ পাইছিল যদিও আই-এ শ্ৰেণীতো অঙ্ক এটা বিষয় হিচাবে আৰু বি-এতো সংস্কৃত অনাৰ্ছৰ লগতে ইটো বিষয় অঙ্কহে লৈছিল। মোৰ বিশ্বাস,

মেট্রিকৰ পাছত বিজ্ঞান পঢ়া হলেও তেখেতে একেধৰণেই নাম কৰিলেইতেন।

তেখেত খোৱাৰ ক্ষেত্ৰত অতি সংযমী। কেতিয়াবা কাহানিবাই অলপ অসুখ হোৱাৰ কাৰণেই আমাৰ নিচিনাকৈ কোনো গুৰুপাকী আহাৰ আদি কেতিয়াও তেখেতে গ্ৰহণ নকৰে।

ভৰিৰ বিষৰ কাৰণে বৰ্ত্তমান তেখেতৰ চলন-ফুৰণ কিছু সীমিত যদিও, বাকী পঢ়া-শুনা, লিখা আাদি কৰিবৰ কাৰণে তেখেত সম্পূৰ্ণ সুস্থ। আৰু বহুত বছৰলৈ ভগৱানে তেখেতক সুস্থ কৰি ৰাখক, এয়ে প্ৰাৰ্থনা কৰিলো।

***

# হাফপেন্ট পিন্ধি বি. এ. — পঢ়া ছাত্ৰজন

**ৰাধা বৰা**

১৯৫০ চনৰ বৰভুমিকম্পৰ কেইদিনমান পাছতেই জগন্নাথ বৰুৱা কলেজত I.Sc. 1st year class ত নাম লগালো। মেট্ৰিকুলেশ্বন পৰীক্ষা পাছ্ কৰাৰ আগলৈকে যোৰহাট শঙ্কৰদেৱ ছেমিনেৰিত খালী ভৰিৰেই হাফপেন্ট ছাৰ্ট পিন্ধিয়েই পঢ়া শুনা কৰিলো। কিন্তু এতিয়া যিহেতু কলেজত নাম লগাইছো সেয়েহে হাফপেন্ট পিন্ধি যাব নোৱাৰিম, মানুহে হাঁহিব। গতিকে দেউতাৰ পৰা দকাহ্কা দি এখন ধুতি, এটা পায়জামা আৰু এজোৰ চেন্দেল লোৱাৰ বাবে পা-পইচা ললো। নতুন পোচাক পিন্ধি গৈ কলেজত দেখিলো এজন ছাত্ৰই B.A. class ত স্কুলীয়া ল'ৰাৰ দৰে কিতাপ এজাপ লৈ হাফপেন্ট পিন্ধিয়েই কলেজত ক্লাছ্ কৰি আছে। কলেজতো খালী ভৰিৰেই হাফপেন্ট পিন্ধি পঢ়িব পাৰি বুলি ভাবিবই পৰা নাছিলো। ভাবিছিলো ছাত্ৰজন আমাতকৈও পিচপৰা গাঁৱৰ পৰা আহিছে। অবশ্যে ছাত্ৰজনৰ চলন ফুৰণ দেখি তেওঁৰ প্ৰতি মোৰ সদ্ভাব হৈছিল আৰু তেওঁৰ পৰিচয় বিচাৰি গম পালো, তেওঁ হেনো জগন্নাথ বৰুৱা কলেজৰ প্ৰতিষ্ঠাপক অধ্যাপক শ্ৰীযুত তুলসী নাৰায়ণ শৰ্মাৰ ভতিজা শ্ৰীমুকুন্দ মাধৱ শৰ্মা। পঢ়া শুনাত বৰ চোকা ল'ৰা। তেওঁলোকৰ যোৰহাট চাৰিগাঁৱত ঘৰ আছিল, তেওঁৰ জন্ম হৈছিল ১৯৩৪ চনত ডিব্ৰুগড়ত।

শ্ৰী মুকুন্দ মাধৱ শৰ্মাই যোৰহাট গৱমেন্ট হাইস্কুলৰ পৰা ১৯৪৮ চনত মেট্ৰিক পাছ্ কৰি, ১৯৫০ চনত জগন্নথ বৰুৱা কলেজৰ পৰা I.A. পাছ্ কৰি, ১৯৫২ চনত সেই কলেজৰ পৰাই B.A. পাছ্ কৰি ১৯৫৪ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা M.A. আৰু সেইবছৰতেই বঙ্গীয় সংস্কৃত পৰিষদৰ পৰা

কাব্যতীৰ্থ উপাধি লয়। কলিকতা বিশ্বদ্যািলয়ৰ পৰাই ১৯৬৩ চনত Ph.D. আৰু ১৯৭০ চনত D.Litt Degree লয়। ১৯৫৫ চনত নলবাৰী কলেজত সংস্কৃত বিভাগত শিক্ষকতা আৰম্ভ কৰি ১৯৫৭ চনত J.B. College ত কিছুদিন চাকৰি কৰি সেইবছৰতেই Guwahati University ত ১৪ আগষ্টত যোগ দিয়ে। তেখেত Guwahati University ত Post Graduate Department of Sanskrit ৰ প্ৰতিষ্ঠাপক অধ্যাপক আছিল। শ্ৰীযুত শৰ্মাদেৱে ১৯৬৪ চনত Reader আৰু ১৯৭২ চনত প্ৰফেছাৰ আৰু ১৯৮৩ চনত Dean of Faculty of Arts of Guwahati University হয়। তেখেতক ভাৰত চৰকাৰে Indonesia ৰ বালীৰ Udyana University লৈ দুবছৰৰ বাবে Visiting Professor হিচাপে পঠাইছিল। ১৯৮৩ চনৰ পৰা ১৯৮৫ চনলৈকে তেখেত Indonesia ত আছিল। Prof. শৰ্মা U.G.C ৰ National Lecturer in Sanskrit আছিল। তেখেত গুৱাহাটী Universityৰ Cultural Co-ordinator হিচাপে প্ৰায় ছবছৰ অতিবাহিত কৰিছিল। ১৯৮৮ চনত তেখেত কিছুদিনৰ বাবে Guahatı University ত Acting Vice-Chancellor হিচাবেও কাৰ্য্যনিৰ্বাহ কৰিছিল। ১৯৯২ চনত তেখেতে Dibrugarh University ৰ Vice-Chancellor হিচাপে কাৰ্য্যভাৰ গ্ৰহণ কৰে। Vice-Chancellorৰ কাৰ্য্যকাল সমাপ্ত কৰাৰ পিচত তেখেত তেজপুৰ বিশ্ববিদ্যালয়ত এটা semister ৰ বাবে Guest professor হিচাপে অতিবাহিত কৰিছিল। অবশেষত তেখেতে Keniaত Professor of Vibekananda Chair হিচাপে যোগ দিছিল যদিও কিছুদিন কাম কৰাৰ পিচত অসুস্থতাৰ কাৰণে দেশলৈ ঘূৰি আহিব লগা হ'ল।

তেখেতে জীৱনত দেশ বিদেশৰ বহুকেইখন সভাসমিতিত যোগদি অসমৰ বাবে সুনাম অৰ্জ্জন কৰিলে। বিশ্ববিখ্যাত পণ্ডিত হিচাপে পৰিচিত হোৱাৰো তেখেতৰ সৌভাগ্য হৈছে। তেখেতে প্ৰায় ৪০ খন কিতাপ আৰু ২০০ খনতকৈয়ো অধিক Research Paper সংস্কৃত, ইংলিছ, অসমীয়া, বাংলা আৰু হিন্দী ভাষাত প্ৰকাশ পাইছে। তেখেত ইন্দোনেচিয়াত থাকোতে ইন্দোনেচিয়ান ভাষাতো এখন কিতাপ লিখি থৈ আহিছে। তেখেতৰ তত্বাৱধানত ১৩ জন ছাত্ৰই Ph.D. Degree লবলৈ সমৰ্থ হৈছিল।

তেখেতে অসমত সংস্কৃত ভাষাটোৰ প্ৰচাৰ আৰু প্ৰসাৰৰ কাৰণে সদায়েই

চেষ্টা কৰি আহিছে। অসমত কৃষ্ণকান্ত সন্দিকৈ সংস্কৃত কলেজখনৰ স্থাপনতো তেখেতৰ বিশেষ অবদান স্বীকাৰ্য। All India Radio ৰ সংস্কৃতভাষা শিক্ষা শিতানত প্ৰচাৰিত কথাবোৰ আমাৰ কাণত আজিও বাজি আছে। তেখেতৰ জীৱন কালতে তেখেতৰ কাম-কাজৰ বিষয়ে স্মৰণ কৰিবলৈ পাই অতিকৈ সুখী হৈছো। তেখেতৰ মহান কৰ্মৰাজিৰ বিষয়ে সীমিত পৰিসৰত উল্লেখ কৰি শেষ কৰিব পৰা নাযায়। এই বিষয় সমাজৰ বিজ্ঞজনলৈ এৰিলো। তেখেতৰ লগত আমাৰ সম্পৰ্ক কেনেদৰে গঢ়ি উঠিছিল, সেইবিষয়ে দুআষাৰমান লিখিবলৈ ওলাইছো। অপ্ৰিয় হলেও সঁচাকথা যে কিছুমান কথা সময়ত উল্লেখ নকৰিলে সেইবোৰ পাহৰণিৰ গৰ্ভত সোমাই পৰে। ১৯৫৭ চনত মই Guwahati University Law College ত পঢ়িবলৈ আহি Law College Sports and Game ৰ ছেক্ৰেটৰী হোৱাৰ সৌভগ্য হৈছিল। প্ৰাক্তন speaker শেইখ চান্দমহম্মদ Law College ৰ Union Secretary হিচাবে নিৰ্বাচিত হৈছিল। সেইসময়তে আমি Inter College Sports Festival খন Jalukbari ত পাতিবলৈ আমান্ত্ৰণ কৰিছিলো। আগতে এই Festival Guwahati মহানগৰৰ Judge's Field ত হৈছিল। অমাৰ দিনতেই Inter College Sports Festival খন গুৱাহাটীৰ ছাত্ৰসকলৰ লগত যুজবাগৰ কৰিহে Guwahati University Campus লৈ নিব লগা হৈছিল, এইবিলাক কামৰ যোগেদি গুৱাহাটী University প্ৰফেছাৰ, ছাত্ৰসকল আৰু কৰ্মচাৰীসকলৰ লগত পৰিচয় হোৱাৰ সুবিধা পাইছিলো। তাতোকৈ ডাঙৰ কথা আছিল মই Insurance Agent হিচাবে জীবিকা আৰম্ভ কৰাটো। Insurance Agent সকলে সকলোৰে ওচৰলৈ অহা যোৱাৰ সুবিধা আছিল যদিও বহুলোকে সেই সময়ত Insurance Agent ক এৰাই চলিবলৈ চেষ্টা কৰিছিল। সেই সুযোগতে বহুত মানুহক মাটি বাৰি লোৱাৰ ক্ষেত্ৰত মই যথেষ্ট সহায় কৰি দিছিলো। তেনে এটা প্ৰসংগতে অধ্যাপক মুকুন্দ মাধৱ শৰ্মাৰ লগত মোৰ সমপৰ্ক গঢ়ি উঠে। তেখেতৰ আগ্ৰহৰ বাবেই দিছপুৰত মাটি দুইকঠা কিনাই দিছিলো। কিন্তু তেখেত এদিন আহি মোক ক'লে, "বৰা! মোৰ দৰে মানুহে গুৱাহাটীত ঘৰ দুৱাৰ সাজি থকাৰ ব্যৱস্থা কৰিব নোৱাৰিম, গতিকে মোৰ মাটিখিনি বিক্ৰী কৰাই দিলে বৰ ভাল পাম।" মই বুজিবলৈ বাকী নাথাকিল, তেখেত পণ্ডিত মানুহ, লিখা-পঢ়া কথা বা পঢ়া শুনা কৰাৰ

বাবে সা-সম্পত্তি কৰাৰ আগ্ৰহ বা মনযোগ নাই। তেখেতৰ ইচ্ছা অনুসৰিয়েই মাটি বিক্ৰী কৰাই দি সুদে মুলে পইচাখিনি ঘুৰাই দিলো। সঁচাকৈয়ে গুৱাহাটীত তেখেতৰ ঘৰ দুৱাৰ একো নহল। বৰ্ত্তমান তেখেতে গীতা নগৰত তেখেতৰ ছোৱালী যশোধৰাৰ এটি সৰু ফ্লেটত সপৰিয়াল শান্তিৰে সাধনাত ব্যস্তহৈ আছে। এইখিনিতে তেখেতৰ পৰিবাৰৰ কথা এষাৰ নকলে দোষে চুব বুলি ভাবিছো। তেখেতৰ পৰিবাৰ শ্ৰীযুতা ইলিমা শাৰ্মা (বুলি) বৰ অমায়িক আৰু শিশুসুলভ গুণৰ। তেখেতে সক্ৰিয়ভাবে শ্ৰীযুত শৰ্মাদেৱক কাম কাজত সহায় সহযোগ নকৰাহেতেন হয়তো শৰ্মাদেৱৰ ইমানবোৰ কিতাপ পত্ৰ লিখা সম্ভৱ ন'হলহেতেন। সহজ সৰল মহিলাগৰাকীক এই সুবিধাতে আমাৰ ভক্তিপূৰ্ণ নমস্কাৰ জনালো।

এইখিনিতে আমি জগন্নাথ বৰুৱা কলেজৰ আৰম্ভনি পৰ্বলৈ উভতি যাব খুজিছো। ১৯৩০ চনত শ্ৰীযুত তুলসী নাৰায়ণ শৰ্মাই ছয়অনা গাঠিৰ মুলধনলৈ অসমৰ প্ৰথমখন বে-চৰকাৰী কলেজ আৰু অসম উপত্যকাৰ দ্বিতীয়খন কলেজ প্ৰতিষ্ঠা কৰাৰ মৰসাহস কৰিছিল, অৱশ্যে এই ক্ষেত্ৰত শৰ্মাদেৱৰ ককায়েক শ্ৰীযুত সৰ্ব্বানন্দ শৰ্মাৰ উৎসাহ উদগনিও কম নাছিল। তেখেতে কৃষ্ণকান্ত সন্দিকৈ, যজ্ঞেশ্বৰ শৰ্মা, ফণী দত্ত, গুণগোবিন্দ দত্তৰ আশাশুধীয়া সহযোগিতাত উৎসাহেৰে জগন্নাথ বৰুৱা কলেজখন আৰম্ভ কৰে। কলেজৰ স্বীকৃতি পালে আৰু লগে লগে কলেজত বিজ্ঞান শাখা আৰু অসমত প্ৰথম কমাৰ্চ শাখা আৰম্ভ কৰিলে, সেই কলেজৰ প্ৰথম অধ্যক্ষ আছিল বিশ্ববিখ্যাত পণ্ডিত কৃষ্ণকান্ত সন্দিকৈদেৱ। সেই কলেজৰে 'ফাৰ্ষ্ট বেষ্ট' ছাত্ৰৰ মাজত মুক্তি যোদ্ধা, ৰাজনীতিক, সাংবাদিক, দধি মহন্ত, জগন্নাথ বৰুৱা কলেজৰ প্ৰথমজন Union General Secretary আছিল। এই মহাবিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী কেবল অসমৰ বিভিন্ন জিলাত কাৰ্য্যনিৰ্বাহ বা বসবাস কৰি আছে এনে নহয়, ভাৰতৰ অন্যান্য স্থানতো আনকি ভাৰতৰ বাহিৰতো বিভিন্ন ক্ষেত্ৰত সফলতাৰে কাৰ্য্য নিৰ্বাহ কৰি আছে তেওঁলোকে নিজ নিজ স্থানত সুখ্যাতি অৰ্জন কৰিবলৈ সমৰ্থ হৈছে। সেই সকল সুসন্তানৰ ভিতৰৰে এজন হ'ল অমাৰ আজিৰ প্ৰবন্ধৰ লগত জড়িত বিশ্ববিখ্যাত পণ্ডিত প্ৰবৰ শ্ৰীযুত মুকুন্দ মাধৱ শৰ্মা। তেখেতৰ কৰ্মৰাজিক লৈ আমি আজি গৌৰৱ কৰিব পাৰোঁ।

১৯৭৯ চনত জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ সোণালী জয়ন্তী উৎসৱ পালনৰ উপলক্ষে যোৰহাটত গঠনকৰা মূল সমিতিৰ কৰ্মকৰ্তাসকল আহি গুৱাহাটীত এখন প্ৰস্তুতি শাখা সমিতি গঠন কৰাৰ কাৰণে প্ৰাক্তন ছাত্ৰ দধি মহন্ত দেৱক লগ ধৰে। তেখেতসকলৰ উৎসাহ আৰু আগ্ৰহত, দধি মহন্ত দেৱৰ চেষ্টাত ১৯৭৯ চনৰ ২২ জুলাইত গুৱাহাটী উচ্চন্যায়াধীশ শ্ৰদ্ধেয় শ্ৰীযুত খগেন্দ্ৰনাথ শইকীয়া দেৱৰ সভাপতিত্বত গুৱাহটীত থকা প্ৰাক্তন ছাত্ৰ-ছাত্ৰীক লৈ এখন সভা অনুষ্ঠিত কৰা হয়। সেই সভাতে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত সাহিত্যচাৰ্য্য যতীন্দ্ৰনাথ গোস্বামী উপস্থিত আছিল। উক্ত সভাই সেই সময়ৰ কামৰূপৰ উপায়ুক্ত জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ শ্ৰীযুত জ্যোতি প্ৰসাদ ৰাজখোৱাক সভাপতি আৰু সেই সময়ৰ কৰ আয়ুক্ত শ্ৰীযুত ভূপেন্দ্ৰ কুমাৰ বৰুৱাক আৰু এই অভাজনক যুটীয়া সম্পাদক হিচাবে নিৰ্বাচিত কৰি এখন শক্তিশালী সমিতি গঠন কৰি দিয়ে। সোণালী জয়ন্তীৰ নামত শ্ৰীযুত দধি মহন্ত দেৱৰ আগ্ৰহ আৰু নিষ্ঠা দেখি সকলোৱে উৎসাহ উদ্দীপনাৰে কামত লাগি গৈছিল। সেই সমিতিয়ে লগতে আন এটি গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণ কৰিছিল। সমিতিয়ে বিশ্ববিখ্যাত প্ৰাচ্যতত্ত্ববিদ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ দেৱৰ লগতে দেশ বিদেশৰ সুপৰিচিত প্ৰখ্যাত পণ্ডিত সকলৰ পৰা সংগ্ৰহ কৰি এখনি গ্ৰন্থ সংকলন কৰি এই সোণালী জয়ন্তীৰ উৎসৱৰ সময়তে সন্দিকৈ দেৱৰ হাতত অৰ্পণ কৰাৰ উদ্দেশ্যেৰে প্ৰাক্তন ছাত্ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ সেই সময়ৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক ড° মুকুন্দ মাধৱ শৰ্মা, ড° সূৰ্য্যকান্ত বৰপূজাৰী, দধি মহন্ত আৰু এই অভাজনক সমিতিৰ সদস্য হিচাবে লৈ এখনি গ্ৰন্থ সমপাদনা সমিতি গঠন কৰি দিয়ে। মহন্ত দেৱৰ প্ৰেৰণাত সম্পাদনা সমিতিৰ কাম দ্ৰুতগতিত চলিছিল।

গ্ৰন্থখনিৰ সম্পাদক শ্ৰীযুত মুকুন্দ মাধৱ শৰ্মাৰ প্ৰচেষ্টাত দেশ বিদেশৰ কেইবাজনো প্ৰখ্যাত পণ্ডিতৰ মূল্যবান প্ৰবন্ধ সংগ্ৰহ কৰিব পৰা হয়। প্ৰবন্ধকাৰ সকলৰ নাম ঠিকনা সমূহ লিপিবদ্ধ কৰি এখন তালিকা পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ দেৱলৈ পঠোৱা হৈছিল। পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ দেৱৰ জীৱন আলেখ্যৰ লেখক আব্দুছ-চাত্তাৰ চাহাবে সন্দিকৈ দেৱক গ্ৰন্থখনিৰ বিষয়ে জনোৱাত তেখেতে মন্তব্য কৰিছিল এই বুলি, —'নমৰি জীয়াই থাকিলে এখন

ভাল গ্ৰন্থ দেখিবলৈ পাম।'

অসমত সেই সময়ত আন্দোলন চলি থকাৰ বাবে জয়ন্তী উৎসব দুবছৰ পিচুৱাই দিব লগা হৈছিল। ইতিমধ্যে ১৯৮২ চনৰ ৭ জুনত জয়ন্তী উৎসবৰ ছয়মাহৰ আগতেই সন্দিকৈ দেৱৰ আকস্মিক বিয়োগ ঘটাত আমি মৰ্মাহত হলো। অৱশেষত ২৩।০৬।৮৪ তাৰিখে অসম প্ৰকাশন পৰিষদৰ ভৱনত সাহিত্যাচাৰ্য শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মা দেৱৰ সভাপতিত্বত হোৱা উন্মোচনী সভাত গুৱাহাটী উচ্চন্যায়লয়ৰ প্ৰাক্তন মুখ্য ন্যায়াধীশ শ্ৰদ্ধেয় শৰৎ কুমাৰ দত্ত দেৱৰ দ্বাৰা এই গ্ৰন্থখনি উন্মোচন কৰা হয়। দধি মহন্ত দেৱৰ আৰু এটি পৰিকল্পনা আছিল। সন্দিকৈদেৱৰ স্মৃতি গুৱাহাটী বিশ্ববিদ্যালয়ত এলানি বক্তৃতা আয়োজন কৰা। মহন্ত দেৱৰ সেই পৰিকল্পনা পৰিকল্পনা হৈয়েই ৰ'ল। নিষ্ঠুৰ নিয়তিয়ে হঠাতে মহন্তদেৱকো আমাৰ মাজৰ পৰা আঁতৰাই নিলে।

সন্দিকৈ দেৱ স্বৰ্গগামী হোৱাৰ পাছত কিতাপখনিৰ নাম দিবলৈ হোৱা আলোচনা প্ৰসঙ্গত শ্ৰীযুত মুকুন্দ মাধৱ শৰ্মাই যুক্তি দি তেখেতৰ Editional ত লিখিছিল এনেদৰে—

"professor Handique never liked to receive any public ovation and always preferred to remain in seclusion. He would have hardly come out of his nook to receive this volume in public. Thus, so far as the ceremonial or formal part of this presentation of the volume is concerned. that professor Handique ceases to be in his mortal frame makes any little difference. We prepared the work as a felicitation volume. At the time of his sad demise major portion of the work had already been printed as a felicitation volume, and there was no scope left for giving the volume a new name as commemoration volume. To us it was not necessary also ; because, by virtue of his contributions and fame professor Handique remains alive."

গ্ৰন্থ খনি সম্পাদনাৰ ক্ষেত্ৰত দধি মহন্ত আৰু মই শ্ৰীযুত মুকুন্দ মাধৱ শৰ্মাৰ শোৱন খাৱন নাইকিয়া কৰিছিলো যদিও তেখেতে আমাৰ প্ৰতি

কোনোদিনাই বিৰক্তিৰ ভাব দেখুৱা নাছিল। তেখেতৰ ব্যস্ততাৰ মাজতেই কিতাপখনিৰ প্ৰয়োজনীয় সকলো কাম শেষ কৰিছিল। গুৱাহাটীত সকলো প্ৰকাৰ আখৰযুক্ত ছপাশাল নথকাত আমি আন্দোলনমুখী সমিতি মতৰ বিৰুদ্ধে গৈ কলিকতাৰ নবজীৱন প্ৰেছত কিতাপখন ছপা কৰিবলৈ দিব লগা হৈছিল। এই ক্ষেত্ৰত শ্ৰীযুত মুকুন্দ মাধৱ শৰ্মা, মোৰ পৰিবাৰ আৰু মই কলিকতাত গৈ কেইদিনমান থাকি লব লগা হৈছিল। তেখেতৰ চলন ফুৰণ খোৱা বোৱা আদিৰ ক্ষেত্ৰত বিশেষ সতৰ্ক আছিল মোৰ পৰিবাৰ শ্ৰীমতী দিপালী বৰা। পকেটত তেখেতে বিস্কুট আৰু এটা বটলৰ পানী লৈ ফুৰিছিল। প্ৰয়োজন অনুসৰি বিস্কুট খাই স্বাস্থ্যৰ যতন লৈছিল। স্বল্পভাষী শৰ্মা দেৱৰ সান্নিধ্যত বহুত কথা শিকিবৰ সুবিধা পাইছিলো। তেখেতে বৰ যত্ন সহকাৰে প্ৰেছত গৈ নিজে কিতাপখনৰ প্ৰুফ (proof) চাই দিয়াৰ কথা মই জীৱনত পাহৰিব নোৱাৰো।

গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ড° বাণীকান্ত শৰ্মাৰ সহায় সহযোগৰ বাবে তেখেতো আমাৰ ধন্যবাদৰ পাত্ৰ। গ্ৰন্থ সম্পাদক শ্ৰীযুত শৰ্মা দেৱ দুবছৰৰ বাবে ইণ্ডোনেচীয়ালৈ যাব লগা হোৱাত অসম গভৰ্ণমেণ্ট সংস্কৃত কলেজৰ অধ্যাপক শ্ৰীযুত ধৰ্মেশ্বৰ চুতীয়া দেৱে গ্ৰন্থখনিৰ সামৰণি অংশৰ কামখিনি সুচাৰুৰূপে কৰি দি আমাক বিশেষ ভাৱে কৃতাৰ্থ কৰি দিছিল। তেখেতলৈ আমাৰ কৃতজ্ঞতাৰ শৰাই আগবঢ়ালো।

প্ৰফেছৰ মুকুন্দ মাধৱ শৰ্মাৰ প্ৰথম অভিনন্দন গ্ৰন্থ "Studies of Indology"ৰ সম্পাদক পণ্ডিতপ্ৰবৰ ড° অশোক কুমাৰ গোস্বামীক কিতাপখনি প্ৰকাশৰ ক্ষেত্ৰত সৰ্বতোপ্ৰকাৰে সহায় সহযোগ কৰাৰ কথা জানিব পাৰি শৰ্মা ডাঙৰীয়াই ১১।০৭।৯৬ তাৰিখে এখনি ধন্যবাদ সুচক পত্ৰ আমাক দিবলৈ কাৰ্পণ্য কৰা নাছিল। সেয়া আমাৰ প্ৰতি তেখেতৰ আশীৰ্বাদ হিচাপেই গণ্য কৰিছোঁ। বন্ধুবৰ পণ্ডিত প্ৰবৰ অশোক কুমাৰ গোস্বামীৰ অনুৰোধত জনা-নজনাৰ মাজেৰে এই কথাখিনি লিখি পঠালো। গুণী জ্ঞানী ব্যক্তি যথেষ্ট সংখ্যক থকাৰ পাছতো আমাৰ দৰে নগণ্য এগৰাকীৰ লেখা বিচৰাটো আমাৰ পৰম সৌভাগ্য বুলি ভাবিয়েই মনত জুমুৰি দি ধৰা অসংখ্য কথাৰ মাজৰ পৰা এইখিনি যুগুতাই পঠালো।

আমাৰ জন্ম ঠাই হ'ল শিৱসাগৰ আৰু যোৰহাট জিলাৰ মাজত। এই

অঞ্চলটো বাস্তবিকতে বান পীড়িত আৰু বৰ পিচপৰা ১২ /১৪ মাইল ব্যাসাৰ্দ্ধৰ ভিতৰত উচ্চশিক্ষাৰ বাবে কোনো কলেজ নাই। গান্ধীজীৰ গাঁৱলৈ উভতিযোৱা বাণী সাৰোগত কৰি আমি ৰাইজৰ সহযোগত তামুলীছিগাত এখনি পূৰ্ণাঙ্গ কলেজ আৰম্ভ কৰি উপাচাৰ্য্য শৰ্মাদেৱক লগ ধৰিবলৈৰ বাবে ডিব্ৰুগড় বিশ্ববিদ্যালয় পালোগৈ। কলেজখনৰ নাম ৰাইজে মোৰ দেউতাৰ নামত "ঘনকান্ত বৰা মহাবিদ্যালয়, তামুলীছিগা" দিছিল। মোৰ দেউতাও আমগুৰি মাইনৰ স্কুলৰ হেড্‌পণ্ডিত আছিল। আগৰদিনৰ নৰ্মাল ছেকেণ্ড ইয়েৰ পাছ। নাঁমকৰা শিক্ষক আছিল। গাঁৱৰ দুখীয়া ৰাইজৰ মাজত কলেজখন খোলাৰ খবৰ দিয়াত শ্ৰীযুত শৰ্মাদেৱ বৰ সুখী হ'ল। বিশ্ববিদ্যালয়ৰ ফালৰ পৰা সকলো সহায় সহযোগ পোৱাৰ সুবিধা কৰি দিছিল। তেখেতৰ আশীৰ্বাদপুষ্ট কলেজখনে গাঁৱৰ বহুত দুখীয়া নিচলা ল'ৰা-ছোৱালীৰ শিক্ষা কেন্দ্ৰ হিচাবে জ্ঞানৰ পোহৰ বিলাই আছে। তেখেতে মোক কৈছিল— "বৰা, আপুনি এটা মহৎ কামত হাত দিছে, সময় উলিয়াব পাৰিলে যোৰহাটলৈ যাওঁতে তামুলীছিগাত সোমাই কলেজখন এবাৰ চাই আহিবৰ ইচ্ছা আছে।" তেখেতৰ উৎসাহ আৰু আগ্ৰহৰ বাবে তেখেতলৈ শ্ৰদ্ধা জ্ঞাপন কৰিছোঁ।

সদৌ শেষত পণ্ডিত প্ৰবৰ ড° মুকুন্দ মাধৱ শৰ্মাৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছো, তেখেত সপৰিয়ালে শান্তিৰে থাকি সাহিত্য সাধনাত ব্ৰতী হৈ থাকক।

* * *

# The Magic of M. M. Sharma

**Sibnath Sarma**

सुहृच्च विद्वानपि दुर्लभो नृणाम्- Scholars who are also friendly are rare among the humans Professor Mukunda Madhava Sharma is a mixture of high scholarship and deep friendliness He moves among the kings but does not lose the common touch. Hence, he has been a full man, a tall man, a complete man. He is not the only scholar of this epoch ; there are so mony. But he has been carrying his scholarship with such remarkable dignity, humility, touch of class, that he has set a mark in the fied of which many a one will try to scale. Fortunately, M. M. Sharma ( to be referred to as MMS hereafter ) is around and still working at such a ripe age. I wonder if he is aware that he and his like on the peak of Sanskrit learning are very rare. He is working oblivious of praise, blause and jealousy. He is a true 'varadaputrah' of Saraswati. May he have a long and healthy life to serve the Goddess of learning.

I am not a direct student of MMS.. Nor do I belong to the 'black circle' among his friends and acquaintances, Yet, the moments I got in touch with him are etched out in my mind. Those are my precious possession. I shall share a few of them with his admirers.

It was in 1970, when I was a student of M. A. in Philosophy, that I went to meet MMS. I had a genuine query I know three padas of a sloka of which I was eager to know the fourth pada:

**गन्धस्सुवर्णे फलमिक्षुदण्डे नाकारि पुष्पं खलु चन्दनेषु।**
**विद्वान् धनाढयो न तु दीर्घजीवी...................... ॥**

MMS attentively listened to my problem and with a broad smile said that he did not know the sloka. He appreciated my Sanskrit pronunciation and inquired if I would participate in the Sanskrit teaching programme broadcast through Guwahati Radio Station. I could not agree to his suggestion. The affabelity, amiabilety and geniality with which be talked to me that day is still fresh in my mind. I returned to my hostel with an increased desise to meet that extra-ordinary scholar whenever opportunity allowed. That was not to be soon I went home afte r the examination.

I joined Gauhati University as a lecturer in 1976, Thereafter, I must have met MMS countless number of times, heard him deliver prestigious lectures and discourses, travelled together too. He is an inveterate story-teller. He has a remarkable communication skill. Nobody is ever bored in his company. His friends and students jostle among themselves to have a seat by his side – for, that would guarantee a joyful time ahead in the journey or meeting

Asiatic Society of Kolkata had organized a session of All India Oriental Conference. The venue was salt Lake Stadium. MMS was one of the delegates from Gauhati University. Our Indian Philosophical Congress had just concluded at Jadavpur University. I took special permission to join the Oriental Conference. The Guwahati Contingent was quite large. Though MMS could have opted for a better accommodation, he preferred to stay with us. There was two-tier seeping arrangement. MMS was allotted the upper bath. And he was ready to sleep there! I requested him to take my lower berth and I occupied his. Four days of wonderful time we had together. On the day that we left the venue for the airport, a car was provided to MMS. I was away saying good-bye to other friends. MMS himself had personally carried my luggage also to the car I was so embarrassed as I returned. There was a twinkle of mischief in his eyes. And an endearing smile in his lips – the famous MMS – smile.

I was covering his contribution to Sanskrit learning for a seminar. I sought his help. He was very forthcoming, without absolutely interfering in the assessment part. When portions of the

finished write up were shown to him, his important advice was Good, now don't fumble while reading it out Many excellent papers are destroyed by poor presentation

MMS, I always love to imiagine, He has a special fondness for me. Or why should he write those lines of appreciation about me in the acknowledgment of his स्तुतिप्रशस्तिमञ्जरी ? I do not deserve those. Indeed : परगुणपरमाणून् पर्वतीकृत्य नित्यं, निजहृदिविकसन्त : सन्ति सन्त : कियन्त · ?

This was proved once again when he had me airlifted to Dibrugarh University to meet an academic contingency. He received me in his office. We immediately fell to talking about his academic works. His Assamese translation of the huge Srimadbhagavadgita Yathayatha had just come out. He said that even while functioning as the Vice-Chancellor, he had not only translated the book, he had read all the proofs ! When asked if he was compromising with his official responsibilities, his counter-question was : Does it appear from the running of the University ?' Of course it was not There was no sign of slackness anywhere.

The same day evening I received a scribbling : 'Come for an academic discussion. MMS.' I rushed to his residence. He showed me all his works, complete and projected. Told me how he works. His likes. His dislikes. His plans and programmes. One word sums up MMS : Discipline. He plans meticulously and executes the plans ruthlessly.

And he is a great helper too. There are many beneficiaries around. I shall recount an incident. A friend of mine came from Banaras for the recommendation of his on going research project under UGC Fellowship programme. MMS dictated a lengthy recommendation and put his signature to help the scholar out of difficulty.

There are endless sweet incidents to remember and ruminate. But I must pause here for fear of increasing bulk of the story. One final statement, however. Only for the eyes of MMS. Sir, you are a remarkable person. A complete person with rare human touch. Do you remember when you picked me up from my

residence, took me to a place, got your thing done, and left me there, saying 'I leave you here, without any qualm !' It was the practical MMS speaking We love you very much all the same And wish you a very very long and happy scholarly life.

Post script . The missing last pada of the sloka that was instrumental in taking me to MMS has since been found out : धातु : पुरा कोऽपि न बुद्धिदोऽभूत् Ever since, for many years, we used to share uncommon slokas. For sometime past, Sir is not keeping very well. I do not have the tenerity to disturb him.

***

# ড° মুকুন্দ মাধৱ শৰ্মা ছাৰ ঃ সান্নিধ্যৰ সোঁৱৰণী

সূৰ্য দাস

মহান কবি কালিদাসৰ ঋতুসংহাৰ কাব্যত ছয় ঋতুৰ বৰ্ণনা পোৱা যায়। প্ৰকৃতি জগতৰ এই ছয়ঋতুৰ বিভাজন স্পষ্টৰূপত হেনো কেৱল অসমত হে দেখিবলৈ পোৱা যায়। সেই কাৰণেই বিহগী কবি ৰঘুনাথ চৌধাৰী ডাঙৰীয়াই কালিদাসক অসমত জন্ম হোৱা কবি বুলি কবলৈ প্ৰয়াস কৰিছিল। বিভিন্ন ঋতুত প্ৰকৃতি জগতলৈ অহা পৰিবৰ্ত্তন সমূহ এই নিবন্ধ লেখকৰ দৰে যি সকলৰ জন্ম অসমৰ গাঁৱত হৈছে, তেওঁলোক সকলোৱেই এই পৰিবৰ্ত্তন সমূহ উপলব্ধি কৰিব পাৰে। আমাৰ ল'ৰালি কালত বাকী চাৰিটা ঋতুৰ লগতে শৰৎ আৰু বসন্তকালত হোৱা প্ৰাকৃতিক পৰিবৰ্ত্তন বোৰে আমাৰ হৃদয়-মন উন্মনা কৰি যেনেদৰে শাৰদীয় আৰু বসন্ত উৎসৱ অহাৰ আগজাননী দিছিল, ঠিক তেনেদৰেই আমাৰ ল'ৰালি কালত 'দৈনিক অসম'ৰ শাৰদীয় সঙ্কলন, 'অসম বাণী'ৰ বিহু সংখ্যায়ো আমাৰ মনলৈ শৰৎ আৰু বসন্ত উৎসৱৰ সময় হোৱাত এক বিশেষ ধৰণৰ আনন্দ জগাই তুলিছিল। এই দুয়োটা সংকলনৰ উপৰিও সেই সময়ত 'আমাৰ প্ৰতিনিধি' আৰু 'নীলাচল'ৰ শৰৎ আৰু বসন্ত সংকলনেও আমাক সমানেই আনন্দ দিছিল। দৈনিক অসমৰ তেনে এটি শাৰদীয় সংকলনতেই প্ৰথমবাৰ মোৰ মুকুন্দ মাধৱ শৰ্মা নামটোৰ সৈতে পৰিচয় হয়। তাত তেখেতে এটি প্ৰবন্ধ লেখিছিল 'শাৰদা শোভনাশ্ৰীঃ' (যদিহে স্মৃতিশক্তিয়ে ঠিকেই ধৰি

ৰাখিছে)। সেয়াই আছিল ছাৰৰ সৈতে মোৰ প্ৰথম পৰিচয়। মই তেতিয়া স্কুলীয়া ছাত্ৰ।

দ্বিতীয়বাৰৰ বাবে ছাৰৰ সৈতে পৰিচয় হ'ল উপমা কালিদাসস্য নামৰ পুথিখনৰ জৰিয়তে। এই পুথিখনত সংকলিত দুই এটা প্ৰবন্ধ আলোচনীৰ পাততহে দেখিছিলো। তেতিয়া মই কলেজত ভৰ্ত্তি হৈছো। শিলপুখুৰীত স্থাপন হোৱা গুৱাহাটী বুক ষ্টলৰ উদ্যোগী প্ৰকাশক স্বৰ্গীয় বংশীধৰ শৰ্মা আছিল এই গ্ৰন্থখনৰ প্ৰকাশক। এই কিতাপখন পঢ়িবলৈ লৈ সংস্কৃত সাহিত্যৰ বিবিধ গ্ৰন্থত থকা বহুতো কথাৰ সম্ভেদ পাইছিলো আৰু অসমীয়া সাহিত্যৰ অনাৰ্ছৰ ছাত্ৰ হিচাপে এই পুথিখনিত থকা বহুতো কথাই আমাৰ মনত আনন্দ দিয়াৰ লগতে কৌতূহলৰো সৃষ্টি কৰিছিল। মুঠ দহটা প্ৰবন্ধৰ সমষ্টি এই গ্ৰন্থখনিত কালিদাসৰ ৰচনাৰ বিষয়ে তিনিটা প্ৰবন্ধই ঠাই পাইছে। এই পুথিখনিত থকা প্ৰথম প্ৰবন্ধ উপমা কালিদাসস্যৰ জৰিয়তে কালিদাস যে উপমাত অদ্বিতীয় সেই কথা পঢ়ি আপ্লুত হৈছিলো। এই প্ৰবন্ধটোৰ উপৰি মোক বিশেষ ভাৱে আকৰ্ষণ কৰা আন এটা প্ৰবন্ধ হ'ল কাব্যেষু নাটকং ৰম্যম্— এই সম্পূৰ্ণ শ্লোকটি হ'ল—

কাব্যেষু নাটকং ৰম্যং তত্ৰ ৰম্যা শকুন্তলা।
তত্ৰাপি চ চতুৰ্থোঽঙ্কস্তত্ৰ শ্লোকচতুষ্টয়ম্।।

ছাৰে উল্লেখ কৰা মতে কেৱল উদ্ধৃতি দিয়াৰ বাহিৰে যথাযথ ভাৱে ব্যাখ্যা নোহোৱা এই শ্লোকটোৰ তাত্পৰ্য প্ৰথমভাৱে আলোচনা কৰা বুলি ছাৰে কৈছে। সুখপাঠ্য আৰু আকৰ্ষণীয় এই প্ৰবন্ধটিৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অংশটি হ'ল "যত্ৰ শ্লোকচতুষ্টয়ম্"— যাৰ দ্বাৰা শকুন্তলা নাটকৰ চতুৰ্থ অঙ্কৰ শ্ৰেষ্ঠ চাৰিটা শ্লোকৰ কথা নিৰ্দেশ কৰিছে। নিৰ্বাচন কৰি কোনেও নেদেখুওৱা চাৰিটা শ্লোক। ড° শৰ্মা ছাৰে যুক্তি সহকাৰে নিৰ্বাচন কৰি এই প্ৰবন্ধত দেখুৱাইছে। তেখেতে নিৰ্বাচন কৰি থোৱা শ্লোক চাৰিটা ভাঙনি সহ ইয়াত উদ্ধৃত কৰিব বিচাৰিছো।

(১) যাস্যত্যদ্য শকুন্তলেতি হৃদয়ং সংস্পৃষ্টমুত্কণ্ঠয়া কণ্ঠঃ স্তম্ভিত বাষ্পবৃত্তিকলুষঃ চিন্তাজড়ং দৰ্শনম্। বৈক্লব্যং মম তাবদীদৃশমহো স্নেহাদৰণ্যৌকসঃ। পীড্যন্তে গৃহিণঃ কথং নু তনয়াবিশ্লেষদুঃখৈৰ্নবৈঃ।।

— শকুন্তলা আজি গুছি যাবগৈ। এই কথাতে মোৰ হৃদয় উৎকণ্ঠাৰে ভৰি পৰিছে। মাত থোকাথুকি হৈ পৰিছে। জোৰকৈ বাধাদি ৰখা চকুলোৰে দৃষ্টিক

ধুৰ্বলি-কুৰ্বলি আৰু চিন্তাই দৃষ্টিক দুৰ্বল কৰি পেলাইছে। হায়, মোৰদৰে বনবাসীৰেই যেতিয়া স্নেহবশতঃ এনে বিকলতা হৈছে তেনেস্থলত গৃহস্থী লোকসকল যে তনয়াৰ প্ৰথম বিচ্ছেদৰ দ্বাৰা কিমান তীব্ৰ ভাৱে পীড়িত হ'ব, সেই কথা ভাবিবই নোৱাৰি।"

(২) দ্বিতীয়টি শ্লোক হ'ল কন্বমুনিয়ে তপোবনৰ তৰুৰাজিক সম্বোধন কৰি কোৱা ঃ

**পাতুং ন প্ৰথমং ব্যৱস্যতি জলং যুষ্মাস্বপীতেষু যা**
**নাদত্তে প্ৰিয়মণ্ডনাপি ভৱতাং স্নেহেন যা পল্লবম্।**
**আদ্যে বঃ কুসুমপ্ৰসূতিসময়ে যস্যা ভৱত্যুৎসবঃ**
**সেয়ং যাতি শকুন্তলা পতিগৃহং সৰ্বৈৰনুজ্ঞায়তাম্।।**

হেৰা তপোবনৰ তৰু সকল, তোমালোকে পানী খোৱাৰ আগতে যি পানী এটোপাকে মুখত নিদিয়ে, অলঙ্কাৰ ভাল পায় যদিও তোমালোকৰ মৰমত যি গছপাত এটাও চিঙি মূৰত নিপিন্ধে, তোমালোকৰ প্ৰথম ফুল ফুলাৰ সময়ত যাৰ এক মহান উৎসৱ হয়, সেই শকুন্তলা আজি পতি গৃহলৈ যাবলৈ ওলাইছে। তোমালোক আটায়ে এই যাত্ৰাৰ অনুমোদন কৰি শুভেচ্ছা জনোৱাহঁক। "শ্লোক চতুষ্টয়ৰ তৃতীয়টো হয়তো সপ্তদশ শ্লোকটো নিৰ্দিষ্ট কৰিব পাৰি। কন্বই সাৰ্ঙ্গৰৱৰ আগত ৰজা দুষ্মন্তলৈ বতৰা দি কৈছে—

**(৩) অস্মান্ সাধু বিচিন্ত্য সংযমধনানুচৈচঃ কুলং চাত্মন—**
**স্ত্বয্যস্যাঃ কথমপ্যবান্ধৱকৃতাং স্নেহপ্ৰবৃত্তিং চ তাম্।**
**সামান্য প্ৰতিপত্তি পূৰ্বকমিয়ং দাৰেষু দৃশ্যা ত্বয়া**
**ভাগ্যায়ত্তমতঃ পৰং ন খলু তদ্বাচ্যং বধূবন্ধুভিঃ।।**

আমি সংযম-ধন (অৰ্থাৎ সংযমেই আমাৰ ধন, তাতকৈ অধিক আমাৰ একো সম্পদ নাই আৰু সেই কাৰণেই আমি আমাৰ ছোৱালী সালঙ্কৃতা কৰি পঠাব পৰা নাই) এই কথা ভালদৰে ভাবি চাব। কোনো বান্ধৱৰ (অৰ্থাৎ আপোন মানুহৰ) সহযোগিতা অথবা সহায় নোহোৱাকৈয়ে এই শকুন্তলাই নিজেই যে আপোনালৈ স্নেহ যাচি আগবাঢ়ি গ'ল সেই কথাও বিচাৰ কৰি চাই আমাৰ এই কন্যাটিক যেন আপোনাৰ আন ভাৰ্যা সকলৰ সমানে ব্যৱহাৰ কৰে। ইয়াৰ পাছৰখিনি ভাগ্যৰ ওপৰত নিৰ্ভৰ কৰে। তাৰ বিষয়ে কইনাৰ আপোন মানুহ

বিলাকে নিজেই উল্লেখ কৰা উচিত নহয়।

শ্লোক চতুষ্টয়ৰ চতুৰ্থ শ্লোক হিচাপে যিটো শ্লোকেৰে কন্বই শকুন্তলাক এটি শেষ উপদেশ দিছে, সেইটোকে ধৰি লোৱা হৈছে। এই শ্লোকটি হ'ল—

'শুশ্রূষস্ব গুৰূন্ কুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে
ভর্তুৰ্বিপ্রকৃতাপি ৰোষণতয়া মাস্ম প্ৰতীপংগমঃ।
ভূয়িষ্ঠং ভৱ দক্ষিণা পৰিজনে ভাগ্যেষ্বনুৎসেকিনী
যান্ত্যেৱং গৃহিণীপদং যুৱতয়ো বামা কুলস্যাধয়ঃ।।

— আই, তুমি গুৰুজনৰ ভালদৰে সেৱা শুশ্রূষা কৰিবা। ঈৰ্ষা অসূয়া ভাব নোলোৱাকৈয়ে সপত্নী সকলেৰে সৈতে মৰমৰ সখীৰ দৰে ব্যৱহাৰ কৰিবা। কিবা কাৰণত স্বামীৰ খং উঠি বিপৰীত আচৰণ কৰিলেও তুমি কেতিয়াও বিপৰীত আচৰণ নকৰিবা। ভৃত্যাদি পৰিজনৰ প্ৰতি যথেষ্ট উদাৰ হ'বা। ভোগ বিলাসৰ প্ৰতি উৎকণ্ঠিতা নাইবা। এনে কৰিলেই যুৱতী সকলে প্ৰকৃত গৃহিণী পদ লাভ কৰিব পাৰে, কিন্তু ইয়াৰ অন্যথা কৰাসকল পৰিয়ালৰ দুখৰ কাৰণ হয়। উক্ত প্ৰবন্ধটিৰ সবাতোকৈ গুৰুত্বপূৰ্ণ দিশ হ'ল এই শ্ৰেষ্ঠ চাৰিটা শ্লোকৰ নিৰ্বাচন। সহৃদয় পাঠকৰ বাবে এই নিৰ্বাচন যেনেদৰে অপূৰ্ব, তেনেদৰে সহৃদয় পাঠকৰ ওচৰত এই চাৰিটা শ্লোকৰ আবেদেন তাৎক্ষণিক আৰু চিৰস্থায়ী।

ছাৰৰ গ্ৰন্থ-প্ৰবন্ধৰ পাঠক হিচাপে মোৰ আন এক পাহৰিব নোৱাৰা অভিজ্ঞতা হ'ল সাহিত্যতত্ত্ব আৰু সমালোচনা নামৰ গ্ৰন্থখনৰ অধ্যয়ন। ইও এখন বহু তথ্যৰ সমৃদ্ধ হৃদয়স্পৰ্শী সমালোচনা গ্ৰন্থ। ৰসগ্ৰাহী সাধাৰণ পাঠক হিচাপে মোৰ হৃদয় স্পৰ্শ কৰা পূৰ্বে ক্ৰমে 'প্ৰকাশ' আৰু 'গৰীয়সী'ত প্ৰকাশিত দুটি প্ৰবন্ধ 'সন্দিকৈৰ গ্ৰন্থৰত্নত্ৰয়ী' আৰু যজ্ঞেশ্বৰ শৰ্মাৰ 'ফুল আৰু জুই' নামাৰ এখানি মান পুথিখনিৰ সুদীৰ্ঘ সমালোচনা। 'সন্দিকৈৰ গ্ৰন্থৰত্নত্ৰয়ী' নামৰএই প্ৰবন্ধটি আহিবলগীয়া বহু দিনলৈকে সন্দিকৈ ডাঙৰীয়াৰ গ্ৰন্থ তিনিওখনৰ উপযুক্ত অৰ্ভিধাৰূপে ই চিহ্নিত হৈ ৰ'ব। এই অভিধাই সন্দিকৈৰ গ্ৰন্থ তিনিও খনিৰো প্ৰকৃত মূল্যাঙ্কন বুলিও ক'ব পাৰি। প্ৰবন্ধৰ ভিতৰ চ'ৰাত কিতাপ তিনিখনিৰ যি প্ৰশংসাপূৰ্ণ সমালোচনা আগবঢ়াইছে সেয়া ছাৰে দিয়া শিৰোনামাটিৰ ব্যাখ্যা বা **Extension** মাথোন।

অসমীয়া সাহিত্যৰ এগৰাকী তীক্ষ্ণধী সমালোচক আছিল স্বৰ্গীয় যজ্ঞেশ্বৰ

শৰ্মা। মাতৃভাষা অসমীয়াৰ দৰেই তেখেতে একে দক্ষতাৰে বিচৰণ কৰিব পৰা তিনিটা ভাষা হ'ল বঙলা, ইংৰাজী আৰু সংস্কৃত। এই চাৰিওটা ভাষাত সমানে বিচৰণ কৰি সাহিত্য আৰু সাহিত্য সমালোচনাৰ মৌচাক নিৰ্মাণ কৰোতা এই গৰাকী লেখক-সমালোচক আছিল অল্পভাষী। গৰুৰ খোজৰ পানীত সমগ্ৰ আকাশ দেখাৰ দৰে (গোষ্পদে নভোমণ্ডলম্), এইগৰাকী লেখকৰ বৈশিষ্ট্যই হ'ল তাকৰীয়া শব্দেৰে বহু কথা কোৱা বা একোটাইঁত এবেগেতীয়া প্ৰৱন্ধেৰে বাৰহতীয়া কথা কোৱা। শৰ্মা ডাঙৰীয়াৰ তেনে এখন কেইবাটিও এবেগেতীয়া প্ৰৱন্ধৰ সংকলন হ'ল 'ফুল আৰু জুই', লেখকৰ ভাষাত ইয়াৰ প্ৰৱন্ধবোৰ 'সৰু ফুটীয়া'— তেখেতৰ নিজৰ দৰেই। ইংৰাজীত কবলৈ গ'লে BRAIN STORMING, অতি মূল্যবান আৰু উপাদেয় এই সৰু পুথিখনি বেয়াকৈ ছপাই বন্ধাই উলিওৱা হ'ল। মূল পুথিখনৰ পৃষ্ঠা সংখা ৬৮। এই পুথিখনিৰ এটি সুদীৰ্ঘ সমালোচনা লেখিলে ড০ শৰ্মাছাৰে গৰীয়সীৰ পাতত— বোধহয় এই সমালোচনাটি দুটা সংখ্যাত সমাপ্ত হৈছিল, 'সাহিত্যতত্ব আৰু সমালোচনা' গ্ৰন্থত সংকলিত এই প্ৰৱন্ধটোৰ পৃষ্ঠা সংখ্যা ৩১। মূল গ্ৰন্থখনিৰ পঠনে যেনেদৰে হৃদয়-মন-দ্ৰবিত কৰি লেখক পাঠকক লেখিবলৈ আৰু পঢ়িবলৈ নতুন নতুন বিষয়ৰ সন্ধান দিয়ে, ঠিক তেনেদৰে ছাৰে লেখা এই সুদীৰ্ঘ সমালোচনাটিয়েও লেখক-পাঠকৰ হৃদয়-মন দ্ৰৱীভূত কৰি অনুসন্ধান আৰু অধ্যয়নৰ বাবে নতুন নতুন বিষয়ৰ সন্ধান দিয়ে। ড° শৰ্মা ছাৰৰ সৈতে নিচেই ওচৰৰ পৰা প্ৰথম দেখা দেখি হৈছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ শ্ৰেণী-কোঠাত। সম্ভৱতঃ ৰজনীকান্ত দেৱশৰ্মা ছাৰৰ অৱসৰৰ পাছত তেখেতে অসমীয়াৰ স্নাতকোত্তৰ শ্ৰেণীত সংস্কৃত পাঠ্যপুথি কেইখন পঢ়ুৱাইছিল। স্নাতকোত্তৰ মহলাৰ পাঠ গ্ৰহণ সম্পূৰ্ণ নকৰাকৈয়ে এই নিবন্ধ লেখকে আকাশবাণী, ডিব্ৰুগড় কেন্দ্ৰত চাকৰি কৰিবলৈ যাব লগা হোৱাত মোৰ স্কুল কলেজ আৰু বিশ্ববিদ্যালয় শিক্ষক সকলৰ সৈতে সম্পৰ্ক সাময়িকভাৱে নাইকিয়া হৈ গ'ল। সেয়া ১৯৭৬ চনৰ কথা। ১৯৮৬ চনত আকাশবাণী গুৱাহাটী কেন্দ্ৰলৈ বদলি হৈ অহাত মোৰ শিক্ষাগুৰু সকলৰ সৈতে পুনৰ নিকট সম্পৰ্ক স্থাপিত হ'ল। সেই সময়ত গুৱাহাটী কেন্দ্ৰ যোগে প্ৰচাৰিত হৈ থকা সংস্কৃত কথিকা বিভাগটোৰ পৰিকল্পনা আৰু প্ৰযোজনা কৰাৰ দায়িত্ব এই নিবন্ধ লেখকৰ ওপৰত পৰিল। সংস্কৃত

বিষয়টো কলেজ বা বিশ্ববিদ্যালয়ত কিয় নপঢ়িলো, সেই কথা ভাবি আকৌ এবাৰ অনুতপ্ত হলো। চিন্তা হ'ল অনুষ্ঠানটোৰ বাবে তিনিমহীয়া অনুষ্ঠান সূচী কেনেকৈ প্রস্তুত কৰা যায়? কথিকা আৰু আলোচনাত ভাগ লবলৈ কোন কোন অধ্যাপক-অধ্যাপিকাক মাতিম ইত্যাদি। ইয়াৰ বাবে বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ কাষ চাপিলো। তেতিয়া বিভাগীয় প্রধান আছিল ড° শৰ্মা ছাৰ। তেতিয়ালৈ ছাৰৰ সৈতে মোৰ ব্যক্তিগত পৰিচয় নাছিল। কিন্তু মোৰ দৰে অতি সাধাৰণ জনকো কেৱল ৰেডিঅৰ পৰা যোৱা বুলিয়েই আথে ব্যথে তেখেতৰ কোঠাত বহিবলৈ দি মোৰ সৈতে ৰেডিঅ' যোগে প্রচাৰ কৰিব লগীয়া তিনিমহীয়া কার্যসূচী খনত কি কি বিষয় প্রচাৰ কাৰিলে ভাল হব সেই বিষয়ে এটা ধাৰণা দিলে। আলোচনাৰ বাবে স্বৰ্গীয় ভবেন হাজৰিকা ছাৰকো অ' কলিগ অ' কলিগ বুলি মাতি নি বহুবাই তেখেতৰ হতুৱাও মোক প্রয়োজনীয় পৰামৰ্শ দিলে। দুয়োজন শিক্ষাগুৰুৰ পৰা প্ৰয়োজনীয় পৰামৰ্শ লাভ কৰাৰ পাছত সংস্কৃত ভাষা সাহিত্যৰ বিষয়ে কিছু প্রাথমিক জ্ঞান পাবপৰা কিতাপ-পত্র গোটাই লৈ ১৯৯৩ চনলৈকে তিনিমহীয়া কাৰ্যসূচীখন যুগুত কৰিবলৈ ললো। মাজে মাজে প্রয়োজনীয় দিহা-পৰামৰ্শ ফোনেৰে বা ছাৰ বাণীবদ্ধ কৰিবলৈ আহিলে লৈছিলো। প্রথম নিকট সাক্ষ্যাততেই শৰ্মা ছাৰৰ ব্যক্তিত্ব, কথন ভঙ্গী সততে সহায়ৰ হাত আগবঢ়োৱাৰ মানসিকতা, এজন বিখ্যাত পণ্ডিত হৈও তেখেতৰ শিশুসুলভ সৰলতাই মোক মুগ্ধ কৰিছিল। লগতে লক্ষ্য কৰিছিলো মূৰব্বী অধ্যাপক হিচাপে তেখেতৰ কোঠাটোৰ সুৰুচি পূর্ণ সাজ-সজ্জা। মোৰ চকুৰ আগত ভাহি থকা আন এপদ সামগ্রী হ'ল এডোখৰ ক'লা ৰঙৰ সুন্দৰ কাঠত লগাই থোৱা ছাৰৰ নাম ফলকখন। এতিয়াও এই নাম ফলকখন ছাৰৰ হাতীগড় চাৰি আলিৰ বাসভৱনৰ দুৱাৰমুখত সজাই থোৱা আছে।

অধ্যাপনা, গৱেষণা আৰু ইয়াৰ বাবে সততে অধ্যয়নত নিজকে নিয়োজিত কৰি ৰখাৰ উপৰিও ড° শৰ্মাচাৰ এজন সুঅভিনেতা আৰু সংগঠক। তেখেতৰ অভিনয় ক্ষমতা আৰু সাংগাঠনিক ক্ষমতাৰ প্ৰমাণ হ'ল আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ বাবে সংস্কৃত নাটকৰ অভিনয়ৰ আয়োজন। অনাতাঁৰ মাধ্যমত প্রচাৰৰ বাবে নাটক নির্বাচন, তাৰ অনাতাঁৰ ৰূপান্তৰ বা অনাতাঁৰ অভিযোজনা, সংস্কৃত ভাষাত বচন মাতি অভিনয় কৰিব পৰা পাত্ৰ-পাত্ৰী বিচাৰি উলিয়াই নিজেও

অভিনয় কৰি ছাৰে এইসকলো ক্ষেত্ৰতে নিজৰ কৰ্মক্ষমতাৰ পৰিচয় দি থৈ গৈছে। আকাশবাণীৰ সৈতে ছাৰৰ সম্পৰ্কৰ এক অন্যতম সোপান হ'ল আকাশবাণী গুৱাহাটী কেন্দ্ৰই যোৱা ভালেমান বছৰ ধৰিপ্ৰচাৰ কৰি অহা সংস্কৃত ভাষা শিক্ষাৰ পাঠ। ভাষা শিক্ষাৰ পাঠ যে ইমান ৰসাল, সোৱাদ লগা আৰু শ্ৰুতিমধুৰ হ'ব পাৰে, সেই কথা শুনোতাজনেহে বুজিব পাৰিব। এই পাঠমালা ইমান জনপ্ৰিয় হোৱাৰ মূলতে হ'ল অনাতাঁৰ উপযোগী আৰু শিক্ষাৰ্থী সকলৰ উপযোগীকৈ পাঠ প্ৰস্তুতি, সুললিত কণ্ঠ আৰু সুন্দৰ উচ্চাৰণেৰে আকৰ্ষণীয়কৈ উপস্থাপন কৰাৰ ক্ষমতা– এই সকলোখিনি গুণ থকা বাবে তেখেতে প্ৰচাৰ কৰা সংস্কৃত ভাষা শিক্ষাৰ পাঠ সমূহ অতি আকৰ্ষণীয় আৰু জনপ্ৰিয় হৈছিল। এই লেখকাৰ অনুৰোধত এতিয়াৰে পৰা (অক্টোবৰ ২০০৪) দহ-বাৰ বছৰমান আগতে প্ৰস্তুত কৰা পাঠলানি এতিয়াও প্ৰচাৰ কৰি থকা হৈছে আৰু ই এতিয়াও সমানেই জনপ্ৰিয় আৰু আকৰ্ষণীয়। ড° শৰ্মাছাৰে অনাতাঁৰ মাধ্যমটি ভালদৰে বুজি পাইছিল আৰু শিক্ষাসদী কাম-কাজৰ প্ৰতি যেনেদৰে গুৰুত্ব দিছিল, ঠিক তেনেদৰেই আকাশবাণী গুৱাহাটী কেন্দ্ৰত বাণীবদ্ধ কৰিবলগীয়া অনুষ্ঠান সমূহৰ প্ৰতিও সমানেই গুৰুত্ব দি, যথেষ্ট সময় হাতত লৈ বাণীবন্ধন বা ৰেকৰ্ডিঙৰ বাবে উপস্থিত হৈছিলহি। এই প্ৰসঙ্গত ছাৰে তেখেতৰ ছাত্ৰ আৰু বন্ধু সকলক কৈছিল যে ৰেডিঅৰ বাবে কিবা কাম কৰিবলৈ হাতত লৈ, বাণীবন্ধনৰ বাবে যথেষ্ট সময় হাতত লৈ অনাতাঁৰ কেন্দ্ৰলৈ যাব লাগে। এইটো কাম টৌতে খৰ মাৰি কৰা কাম নহয়। ঐকান্তিকতাৰে লেখিলৈ যথেষ্ট তালিম কৰি বাণীবদ্ধ নকৰিলে অনুষ্ঠান সমূহ আকৰ্ষণীয় নহয়। তেখেতে বোধহয় অনাতাঁৰ কেন্দ্ৰৰ সকলো অনুষ্ঠানকেই নিৰ্দিষ্ট সময়ত বাণীবদ্ধ কৰি প্ৰচাৰ কৰি গৈছে। আনকি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হৈ থাকোতেও এই লেখকে সংস্কৃত কথিকাৰ বাবে পঠোৱা চুক্তি পত্ৰ গ্ৰহণ কৰি, উপাচাৰ্য হিচাপে তেখেতৰ কামৰ ব্যস্ততাৰ মাজতো আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰলৈ গৈ গুাহাটী কেন্দ্ৰৰ বাবে সংস্কৃত কথিকা বাণীবদ্ধ কৰিছিল।

সংস্কৃত সাহিত্যৰ এগৰাকী অধ্যাপক হোৱাৰ লগতে তেখেত প্ৰাচ্য বিদ্যাৰ সকলো ক্ষেত্ৰতে সমানে খোজ মিলাব পৰা এগৰাকী অগাধ পণ্ডিত। INSCRIPTIONS OF ANCIENT ASSAM নামৰ গ্ৰন্থখনৰ সংকলন

আৰু সম্পাদনা প্ৰাচ্যবিদ্যা চৰ্চাৰ নিদৰ্শন। সাহিত্য তত্ত্বজ্ঞ আৰু সমালোচক হোৱাৰ লগতে ভাৰতীয় নন্দনতত্ত্বৰ তাত্ত্বিক আৰু প্ৰায়োগিক উভয়ক্ষেত্ৰতে সহজে বিচৰণ কৰিব পৰা সফল সমালোচক। এইক্ষেত্ৰত তেখেতক স্বৰ্গীয় ত্ৰৈলোক্য নাথ গোস্বামীৰ যোগ্য উত্তৰসুৰী বুলি ক'ব পাৰি। তেখেতে Ph.D আৰু D Litt ৰ বাবে প্ৰস্তুত কৰা গবেষণা গ্ৰন্থ দুখন ধ্বনি আৰু ৰসতত্ত্ব আদি অন্যান্য গ্ৰন্থই ইয়াৰ প্ৰমাণ।

শিক্ষক, গৱেষক আৰু সমালোচক হিচাপে ড° শৰ্মা ছাৰে গোটেই জীৱনটো যিখন ক্ষেত্ৰত বিচৰণ কৰি আছে সেই ক্ষেত্ৰ মোৰ বাবে তেনেই অপৰিচিত, তথাপিও প্ৰাচীন ভাৰতৰ সমাজ-সাহিত্য-সংস্কৃতি-দৰ্শন আদিৰ বিষয়ে যেতিয়াই কিবা জানিবলৈ তেখেতৰ ওচৰ চাপিছিলো, তেতিয়াই তেখেতে অকনো বেয়া নেপাই আমাৰ প্ৰশ্নৰ যথাযথ উত্তৰ দিছিল। আকাশবাণীৰ বাবে জীৱনৰ দীঘবাণি বাণীবদ্ধ কৰিবলৈ আহোঁতে তেখেতে কৈছিল যে এতিয়লৈকে যিমানবোৰ কাম কৰিলে, সেই সকলোবোৰক অতিক্ৰমি অসমৰ জনসমাজে তেখেতক হেনো আকাশবাণীৰ জৰিয়তে সংস্কৃত ভাষা শিক্ষাৰ পাঠ প্ৰচাৰক হিচাপেহে বেচিকৈ জানে। (এনেদৰে কৈ তেখেতে সন্তুষ্টি নে অসন্তুষ্টি প্ৰকাশ কৰিছিল, সেইটোহে বুজি নেপালো।)

সংস্কৃত ভাষা শিক্ষাৰ পাঠৰ উপৰিও ড° শৰ্মা ছাৰে আকাশবাণীৰ বাবে ইংৰাজী মাধ্যমেৰে অসমীয়া ভাষা শিক্ষাৰো পাঠদান কৰিছিল। এইলানি পাঠেও শ্ৰোতাৰ বিশেষ সমাদৰ লাভ কৰিছিল। ভাষা শিক্ষাৰ পাঠৰ উপৰিও তেখেতে আকাশবাণী যোগে ইংৰাজী, অসমীয়া, সংস্কৃত এই তিনিওটা ভাষণৰ ভালেমান কথিকা প্ৰচাৰ কৰিছিল আৰু ভালেমান আলোচনা চক্ৰতো ভাগ লৈছিল। সংস্কৃত নাটকৰ কথা আগতে কৈ অহা হৈছে। জানিব পৰা মতে, "সূত, অত্ৰৈব ৰথম্ স্থাপয়।" সংস্কৃতত কৰা "অভিজ্ঞান শকুন্তলম্" নাটকত ৰজা দুষ্যন্তৰ ভূমিকাত তেখেতে কৰা অভিনয়ত কোৱা এই বাক্যটিয়েই তেখেতৰ ৰেডিঅ' যোগে কোৱা প্ৰথম বাক্য।

তেখেতৰ কন্যা যশোধৰাই, ছাৰৰ ৬৯ বছৰীয়া জন্ম দিন উপলক্ষে যোৱা ২০০২ চনৰ ৩১ মে তাৰিখে জন্মদিনৰ উপহাৰ নামেৰে ছাৰৰ জীৱন ভিত্তিক উপন্যাস এখন প্ৰকাশ কৰি উলিয়াইছে। সুখপাঠ্য এই উপন্যাস খনত তেখেতে

জীৱনত সফল হ'বলৈ আৰু প্ৰতিষ্ঠা লাভ কৰিবলৈ কি কষ্টকৰ সংগ্ৰাম কৰিবলগীয়া হৈছিল সেই কাহিনী আটকধুনীয়াকৈ সুমধুৰ ভাষাৰে বৰ্ণনা কৰিছে। কঠোৰ পৰিশ্ৰমৰ যে কোনো বিকল্প নাই আৰু কৃচ্ছ সাধনাৰ অবিহনে যে কোনো কামতে সিদ্ধিলাভ কৰিব নোৱাৰি সেই কথাই ছাৰৰ জীৱন কাহিনীৰ প্ৰতিটো পৃষ্ঠাতে প্ৰকাশ পাইছে।

ছাৰৰ জীৱন-সংগ্ৰামৰ কাহিনীয়ে 'মন্দকবি যশঃ প্ৰাৰ্থী' আৰু জীৱনত সহজতে প্ৰতিষ্ঠা লাভ কৰিব বিচৰা সকলক সাধনা আৰু সংগ্ৰামৰ বাবে অনুপ্ৰাণিত কৰিব। শাৰীৰিক অসুস্থতা আৰু অক্ষমতাক নেওচি ছাৰৰ সাধনা আৰু কৰ্ম ব্যস্ততা এতিয়াও অব্যাহত। আজিৰ পৰা কেইবছৰ মান আগতে তেখেতে ব্যাখ্যাসহ গীতাৰ অনুবাদ কৰি উলিয়াইছে। শ্ৰীমদ্ভাগৱত পুৰাণৰ দৰে সুদীৰ্ঘ মহাগ্ৰন্থৰ অনুবাদ কাৰ্যত ব্যস্ত হৈ আছে। এই দুয়োটি কাৰ্যকেই তেখেতে ISKON ৰ বাবে কৰি দিছে।

শেষত ছাৰৰ প্ৰতি ধন্যবাদ জনাইছো আৰু সদায়েই কৃতজ্ঞ হৈ থাকিম, বিদ্যা-বুদ্ধিত নিচেই সাধাৰণ, এই অকিঞ্চন জনৰ প্ৰতি কৰা বন্ধুত্বপূৰ্ণ আচৰণৰ বাবে আৰু স্নেহৰ বাবে। এই চমু স্মৃতি চাৰণৰ দ্বাৰা ছাৰৰ সু-স্বাস্থ্য, সক্ৰিয়-কৰ্মময় জীৱন আৰু শতাধিক বৰ্ষ আয়ুস কামনা কৰিলো। ছাৰে সু-স্বাস্থ্যৰে এশটা শৰৎকাল দেখিবলৈ পাওক, এশটা শৰৎ কাল জীয়াই থাকক আৰু এশটা শৰৎ কালৰ কথা শুনিবলৈ পাওক।

# ড° মুকুন্দ মাধৱ শৰ্মা ছাৰ ঃ মানুহজন

**টিকেন্দ্ৰ নাথ চক্ৰৱৰ্ত্তী**

১৯৯২ চনৰ জুলাই মাহৰ কথা। সকলো কল্পনা-জল্পনা তল পেলাই বাতৰি কাকতৰ জৰিয়তে জানিব পাৰি নথৈ আনন্দিত হলো যে অসম মাতৃৰ এজন সুযোগ্য সন্তান সংস্কৃত সাহিত্যৰ বিদগ্ধ পণ্ডিত ড° মুকুন্দ মাধৱ শৰ্মা ছাৰক ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ষষ্ঠজন উপাচাৰ্য্য হিচাপে মনোনয়ন দিছে বিশ্ববিদ্যালয়ৰ মাননীয় আচাৰ্য্যজনে পৰৱৰ্ত্তী পাঁচ বছৰৰ কাৰণে অৰ্থাৎ ১৯৯৭ চনৰ জুলাই মাহলৈকে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মূৰব্বী অধ্যাপক মুকুন্দ মাধৱ শৰ্মা ছাৰৰ নাম নজনা নুশুনা বা অচিনাকী ভাৰতবৰ্ষ তথা অসমৰ বৌদ্ধিক জগতত নাই বুলি কলেও বঢ়াই কোৱা নহয়। ডিব্ৰুগড় বিশ্ববিদ্যালৰ ভাবী উপাচাৰ্য্য কোন হব ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ সৈতে সংশ্লিষ্ট সকলো লোকে চিন্তা কৰে। এজন সুদক্ষ, কাৰ্য্যক্ষম, প্ৰশাসক বিচাৰে বিশ্ববিদ্যালখনৰ উন্নতিৰ কাৰণে। বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ ভাল ফলাফলৰ ওপৰত ৰাজ্য খনৰ উন্নতিও নিৰ্ভৰ কৰে। এই বাবেহে সমাজৰ প্ৰত্যেক জন ব্যক্তিয়েই উৎসুক হৈ থাকে পৰৱৰ্ত্তী উপাচাৰ্য্য জনৰ মনোনয়ন জানিবৰ বাবে।

ইংৰাজীত এষাৰ কথা আছে "July is the month of Revolution" ফৰাচী বিপ্লবৰ সময়ত উদ্ভৱ হৈছিল এইষাৰি কথাৰ। বিভিন্ন আন্দোলন বিলাকে সাধাৰণতে জুলাই মাহতেই আৰম্ভ কৰিবলৈ ভাল পায়। ভাৰতবৰ্ষত গণতান্ত্ৰিক পদ্ধতি মতে এই জুলাই মাহতেই প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে ৰাষ্ট্ৰপতি জন নিবৰ্বাচন কৰা হয় পৰৱৰ্ত্তী পাঁচ বছৰৰ কাৰণে। ঠিক তেনেকৈয়ে ভাৰতৰ পূব প্ৰান্তৰ এচুকত থকা ডিব্ৰুগড় বিশ্ববিদ্যালয়তো উপাচাৰ্য্য জনক নিৰ্ব্বাচন কৰে

জুলাই মাহতেই পৰবৰ্ত্তী পাঁচ বজাৰৰ কাৰণে। মই ব্যক্তিগত ভাবে ১৯৭০ চনৰ পৰা ২০০১ চনলৈকে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ এজন কৰ্মচাৰী/ বিষয়া হিচাবে কাম কৰাৰ সুযোগ বা সৌভাগ্য লাভকৰিছিলো উপাচাৰ্য ছয় গৰাকী, দুগৰাকী ৰেক্টৰ আৰু এজন পঞ্জীয়কৰ কাৰ্য্যালয়ত, বিশেষকৈ তেখেতসকলৰ ব্যক্তিগত সচিৰ হিচাপে। গতিকে মোৰো মনত চিন্তা আহে নতুন উপাচাৰ্য্যজন অহাৰ সময়ত, কিয়নো ময়েই তেখেতৰ লগত পাঁচ বছৰ কাল একেলগে থাকি কায্যালয়ৰ নিয়মীয়া কামবোৰ কৰিব লাগিব। ১৯৭০ ৰ পৰা ২০০১ চনলৈকে প্ৰত্যেকজন উপাচায্যই বিশ্ববিদ্যালয়খনিত বিভিন্ন সময়ত আন্দোলনৰ সন্মূখীন হ্ব লগীয়াত পৰে, সেই আন্দোলন বোৰৰ কাৰণ অৰ্থাৎ দাবী বা সমস্যা বিলাকৰ সুনিষ্পত্তি কৰাৰ বাবে বিশ্ববিদ্যালয় খনিৰ উপাচাৰ্য্যৰ ওপৰত গধুৰ দায়িত্ব আহি পৰে। শৰ্মাচাৰৰ দিনতো ইয়াত ব্যক্তিক্ৰম হোৱা নাই তেখেত এজন কাৰ্য্যদক্ষ প্ৰশাসক হিচাবে অতি নিখুঁটভাৱে সমাধা কৰিছিল আন্দোলনৰ দাবী সমূহ।

যদিও শৰ্মাছাৰ উপাচাৰ্য্যৰ পদত যোগদান দিয়ে ১৯৯২ চনত, মই ছাৰৰ কাৰ্য্যালয়লৈ আহো ১৯৯৫ চনৰ জানুৱাৰী মাহতহে— কিয়নো তাৰ আগতে মই ৰেক্টৰ মহোদয়ৰ ব্যক্তিগত সচিব হৈ আছিলো, শৰ্মা ছাৰৰ লগত মোৰ পৰিচয় হৈছিল বেছ কিছুবছৰ আগতে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত। তেখেতে সংস্কৃত শিকাবৰ অৰ্থে অসমীয়াতে আগবঢ়োৱা এলানি সুন্দৰ পাঠ দান দিয়া মনত আছে, যদিও চিনাকি নাছিল। সেই পাঠদান বৰ সুন্দৰ-সহজ-সৰল-ৰসাল আৰু কাব্যিক হোৱা হেতুকে আগ্ৰেহেৰে শুনিছিলো। তেতিয়ালৈকে ছাৰৰ লগত মোৰ চাক্ষুস পৰিচয় নাছিল। আনকি ১৯৯২ চনৰ জুলাইৰ পৰা ১৯৯৪ চনৰ ডিচেম্বৰ মাহলৈকে ছাৰৰ লগত দেখা সাক্ষাৎ হোৱা নাছিল। মাত্ৰ দূৰৰ পৰা দেখিছিলো, কেতিয়াবা অৱশ্য ৰেক্টৰৰ কাৰ্যালয়লৈ আহোতে দেখিছিলো।

মই শৰ্ম্মা চাৰৰ কাৰ্য্যলয়ত যোগদান কৰাৰ মাত্ৰ দুদিন বা তিনিদিন আগত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ ছাত্ৰ একতা সভাই কৰা এটি আন্দোলনৰ সামৰণি পৰিছেহে মাত্ৰ। এই আন্দোলন একেবাৰে তুঙ্গত আছিল। মই আহি দেখো যে কাইঁ পৰি জীন যোৱা অৱস্থা। ব্যক্তিগত ভাৱে ড° শৰ্মা ছাৰক লগ পোৱা নাছিলো। তেখেতে মোক কাৰ্য্যালয়ত বহিবলৈ মাতি নিজেও এখন চকীত বহি ললে আৰু মোকো বহিবলৈ দি মোৰ বিষয়ে নানা প্ৰশ্ন কৰা

মনত আছে— যেনে মোৰ ঘৰ ক'ত, কিমানদিনৰ পৰা বিশ্ববিদ্যালয়ত আছো ইত্যাদি। মই তেখেতক কলো যে মই তেওঁৰ অনুগত এজন কৰ্ম্মচাৰী, দহ বজাত কাৰ্য্যালয়লৈ আহোঁ আৰু ছুটি হলে ঘৰলৈ যাওঁ এয়ে মোৰ দৈনন্দিন কাৰ্যসূচী, তদুপৰি মই এজন নিৰপেক্ষ কৰ্ম্মচাৰী অৰ্থাৎ মোৰ কোনো Lobby বা Party নাই ইত্যাদি। ইয়াৰ আগতে উপাচায্যৰ কাৰ্যালয়ত বিগত একে লেঠাৰিয়ে পোন্ধৰ বছৰ কাম কৰাৰ অভিজ্ঞতা আছে।

শৰ্ম্মাছাৰ অতি শান্তিপ্ৰিয় হোবা হেতুকে বিশ্ববিদ্যালয়খনৰ অস্থিৰ অবস্থা ভাল নেপাইছিল বা সহ্য কৰিব নোবাৰিছিলে। তেখেতে লাহে লাহে আমাক বুজা হল— দুজন বিষয়াৰ বাহিৰেও অন্যান্য আঠজন কৰ্মচাৰী উপাচাৰ্য্যৰ কাৰ্য্যালয়ত আছিল, ছাৰে সকলোকে মৰম আৰু চেনেহৰ চকুৰে চাইছিল— ছাৰৰ পৰিবাৰে বাইদেউৰে কাৰ্য্যলয়ৰ সকলো কৰ্মচাৰীক মাতৃতুল্য মৰম দিব পাৰিছিল। এটা দুমহলীয়া ঘৰৰ তলৰ মহলাত উপাচাৰ্য্যৰ কাৰ্যালয় আৰু ওপৰৰ মহলাত উপাচাৰ্যৰ বাসস্থান হোবা বাবেই এই ধৰণৰ পৰিবেশ এটা সম্ভৱপৰ হৈছিল। ছাৰে নিয়মানুবৰ্ত্তিতা, কাৰ্য্যালয়ত সময়মতে উপস্থিত থকা আদি ভাল পাইছিল। আমাক ফাইলিং কেনেকৈ কৰে, কেনেকৈ চিঠি ভাঁজ কৰে, সুন্দৰকৈ ডাক টিকেট লগোবা আৰু শুদ্ধ ঠিকনা দিয়া এই বোৰ বিষয়ে শিকাই দিছিল বা পৰামৰ্শ দিছিল। ছাৰে দৰ্শনাৰ্থীক বিমুখ নকৰিছিল আৰু পৰাপক্ষত তেওঁলোকৰ সময় অবাবত নষ্ট নকৰি কৰিবলগীয়া কামবোৰ কৰি দিছিল। জনসাধাৰণেও ছাৰৰ লগ ধৰিবলৈ আহি তেখেতৰ ব্যবহাৰত মুগ্ধ হৈছিল আৰু নানা অনুষ্ঠান প্ৰতিষ্ঠানলৈ নিমন্ত্ৰণ দিছিল; ছাৰেও প্ৰায়েই তেওঁলোকৰ নিমন্ত্ৰণ ৰক্ষা কৰিছিল।

শৰ্ম্মাছাৰৰ ভাষাৰ লালিত্য আৰু গঠনমূলক পাৰামৰ্শবলীৰে মহাবিদ্যালয়ৰ সমূহৰ ছাত্ৰএকতা সভাৰ আলোচনী সম্পাদক সকললৈ দিয়া বাণীসমূহ সচাঁকৈয়ে প্ৰেৰণাদায়ক আছিল। অসমীয়া, ইংৰাজী আৰু সংস্কৃত ভাষাত বুৎপত্তি থকাৰ কাৰণে এই বাণীবোৰ বৰ কাব্যিক আৰু ৰসাল আছিল, পাঠকৰ অন্তৰতগভীৰ ভাবে প্ৰভাব বিস্তাৰ কৰিছিল। মই সহজেই এই বাণীবোৰ টাইপ্ কৰি দিছিলো। তেতেৰ সান্নিধ্যত যিয়েই আহিছিল, অন্য সকলেও আমাৰ কাৰ্য্যলয়ত বহি তেখেতৰ প্ৰশংসা কৰাৰ কথা মনত আছে। তেখেতে যথেষ্ট অধ্যয়নো কৰিছিল, বিশ্ববিদ্যালয়ৰ ইমান ব্যস্তুতাৰ মাজতো তেখেত শ্ৰীমদ্

ভাগৱতগীতাৰ ইংৰাজীৰ পৰা অসমীয়ালৈ অনুবাদ কৰিছিল এই বিশ্ববিদ্যালয়ত থাকোতে। সময়ৰ অপব্যৱহাৰ অলপো নকৰিছিল, শৰ্মা ছাৰে ইমান ব্যস্থতাৰ মাজতো কেতিয়াবা কেতিয়াবা আমাৰ কাৰ্য্যলয়লৈ আহি ৰসিক কথা কৈ আমাক আমোদ দিছিল। লাহে লাহে ছাৰৰ জীৱনত হোৱা ঘাত-প্ৰতিঘাতৰ কথাও আমাক জানিবলৈ দিছিল।

শৰ্ম্মাছাৰৰ পৰিয়ালৰ বাইদেউ— তিনিগৰাকী জীয়ৰী আৰু তিনিজন জোৱাইৰ সৈতে এতি সুখী পৰিয়াল। তেওঁলোক প্ৰত্যকৰে ব্যৱহাৰ পাতি বৰ সুন্দৰ আৰু সকলোৰে প্ৰতি ব্যৱহাৰো একেই। আমাৰ কাৰ্য্যলয়ৰ কৰ্ম্মচাৰী সকলে তেখেত সকলক বৰ শ্ৰদ্ধা কৰিছিল। ছাৰ আৰু বাইদেউৱে পৰিয়াল সহ আমাৰ ঘৰলৈ কেইবাবাৰো আহিছিল। বাইদেৱে মোৰ প্ৰয়াত মালৈ গাখীৰ, বাৰীৰ শাক-পাছলি, ফলমূল, পায়স আৰু নিৰামিষ পিঠা লৈ আহিছিল। এনেকুৱা পৰিয়াল আজিৰ আত্মকেন্দ্ৰিক সমাজত বিৰল।

শৰ্ম্মাছাৰে মোৰ মাৰ ডিব্ৰুগড় দূৰদৰ্শন কেন্দ্ৰত এটা সাক্ষ্যাংকাৰ প্ৰচাৰ কৰাৰ সুবিধা কৰি দিছিল ১৯৯৫ চনৰ ষোল্ল নৱেম্বৰত পোন্ধৰ মিনিটৰ কাৰণে এই সাক্ষাৎকাৰ প্ৰচাৰ কৰা হৈছিল। ছাৰলৈ মোৰ কৃতজ্ঞতা প্ৰকাশ কৰিলো। ছাৰৰ এই ঋণ কাহানিও পৰিশোধ কৰিব নোৱাৰিম।

শৰ্ম্মাছাৰ এজন কৃতী শিক্ষক, প্ৰশাসক হোৱাৰ উপৰিও তেখেতে এজন এজন স্মৃতিশক্তিসম্পন্ন ব্যক্তি। তেখেতৰ বেদ, পুৰাণ তন্ত্ৰ, ভাগৱত, গীতা সকলো শাস্ত্ৰ গভীৰ ভাৱে অধ্যয়ন কৰিছিল ডিব্ৰুগড় বিশ্ববিদ্যালয়ত ইমান কৰ্ম্ম ব্যস্ততাৰ মাজতো তেখেত শ্ৰীমদ্ভাগৱতগীতাৰ ইংৰাজী আৰু অসমীয়ালৈ অনুবাদ কৰিছিল। এজন নৈষ্ঠিক ব্ৰাহ্মণ হৈও তেখেতৰ আধুনিক মন এটাও আছে। সহজ-আচৰণ, সহজ-সৰল ব্যৱহাৰ, পৰিস্কাৰ পৰিচ্ছন্নতা আদি সকলোতে তেওঁৰ গুণবোৰ প্ৰকাশ পাইছিল। এনে এগৰাকী পণ্ডিতৰ সান্নিধ্যত কিছুকাল থাকিবলৈ পোৱাত নিজকে ভাগ্যবান বুলি ভাবো। তেখেতৰ আদৰ্শৰে অনুপ্ৰাণিত হ্বলৈ চেষ্টা কৰিছোঁ।

তেখেতৰ সুস্বাস্থ্য কামনা কৰিলো।

***

# মোৰ প্ৰিয় পণ্ডিত ড° মুকুন্দ মাধৱ শৰ্মা

**ভৃগুমোহন গোস্বামী**

মোৰ প্ৰিয় পণ্ডিতসকলৰ ভিতৰত ড° মুকুন্দ মাধৱ শৰ্মাছাৰ এজন। মই তেওঁক গুৱাহাটী বিশ্ববিদ্যালয়ত অসমীয়াত এম. এ পঢ়ি থকা দিনৰে পৰা জানোঁ। মানুহজনৰ কথা শুনিছিলোঁ, কথাৰ বাক্ ভঙ্গী শুনিছিলোঁ, নামটো শুনিছিলোঁ। কিন্তু মানুজন দেখা নাছিলোঁ। মানুহজনৰ মাতটো শুনিলেই, সংস্কৃত পাঠদান শুনিলেই এই গুণী জ্ঞানী মানুজনক স্বচক্ষে দেখা যেন লাগিছিল। তেতিয়া অসমলৈ টি. ভি. অহা নাই, ৰেডিওৰ পয়োভৰৰ সময়। ৰেডিঅ শুনিবলৈ মানুহ ৰৈ থাকে। ১৯৬৬ চনত। মই সেই বছৰতে অসমীয়াত (লেংগুৱেজ গ্ৰুপ) এম্ এ পাছ কৰিছোঁ। সেই সময়ত সন্মুখত ৰেডিঅটো আগত লৈ ৰৈ থাকোঁ। আকাশবাণী গুৱাহাটী কেন্দ্ৰযোগে প্ৰচাৰকৰা সংস্কৃত পাঠদান শুনিবলৈ। বিদ্যাৰ্থী সকলৰ বাবে এই পাঠদান কৰিছিল ড° মুকুন্দ মাধৱ শৰ্মাই। সংস্কৃত ভাষাটো কিমান মিঠা আৰু কোনোবাই বুজাই দিলে কিমান সহজে বুজিব পাৰি এই কথা ড° শৰ্মা ছাৰৰ ৰেডিঅ যোগে দিয়া সংস্কৃত পাঠদানৰ পৰা ভালদৰে জানিব পাৰিছিলোঁ। এই ক্ষেত্ৰতে উল্লেখ কৰিব পাৰি যে ড° শৰ্মাৰ অসমীয়া, সংস্কৃত, ইংৰাজী, বাংলা, হিন্দী, ইন্দোনেচীয়া এই কেইটা ভাষাত পঠন, কথন আৰু লিখনৰ সম্পূৰ্ণ দক্ষতা আছে।

ড° মুকুন্দ শৰ্মাই "ডক্টৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য জীৱন আৰু সাধনা" গ্ৰন্থখনৰ বাবে প্ৰশস্তি এটা লিখিছিল"। নাম দিছিল "সাৰস্বতসাধকস্য ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য মহোদয়স্য প্ৰশস্তিঃ। এই প্ৰশস্তি মই ড° শৰ্মা ছাৰৰ বৰ্ত্তমান বাসস্থান

হাতীগড় চাৰিআলিৰ ৰ'দালি এপাৰ্টমেন্টলৈ গৈ আনিছিলোঁ। অকল সেয়ে নহয়, মই তেওঁক অনুৰোধ কৰিছিলোঁ প্ৰশস্তিটো সহজ অসমীয়াত বুজাই দিবলৈ। এই প্ৰশস্তিটোৰ মাজতো ড° শৰ্মাৰ কাব্যিক প্ৰতিভা আৰু অপৰিসীম জ্ঞানৰ আভাস সোমাই আছে। সেই প্ৰশস্তিটোৰ পৰাই এটা উদাহৰণ দিয়াৰ মোহ সামৰিব নোৱাৰিলো। গায়ত্ৰী মন্ত্ৰত ২৪টা আখৰ আছে, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য ছাৰে বি. বৰুৱা কলেজত ২৪ বছৰ কাল অধ্যক্ষ পদটোত আছিল। সংখ্যা বুজাবলৈ খ, বাণ, ৰস, গুণ, ইন্দু আদি ব্যৱহাৰ কৰাৰ দৰে ড° শৰ্মাই এই স্তৱকটোৰে সেই কথা বুজাইছে—

**"গায়ত্ৰ্যাং য়াৱতী সংখ্যা বৰ্ণানাং পৰিলক্ষ্যতে।**
**তাৱদ্‌ভিৰ্হায়নৈৰাসীদধ্যক্ষঃ সুমহানয়ম্‌।"**

এইদৰে শৰ্মাৰ পাণ্ডিত্য তেওঁৰ লিখনিৰ মাজতে সোমাই আছে ; তেওঁৰ ওচৰলৈ গৈ বহুতো কথাই জানিবৰ মন যায়। কিন্তু তেওঁৰ ব্যস্ততা দেখিলে তেওঁৰ এটি মুহূৰ্তও নষ্ট কৰিবলৈ মোৰ বিবেকে নকয়।

২০০৪ চন, ৮ জুলাই, বৃহস্পতিবাৰে ড° মুকুন্দ মাধৱ শৰ্মা ছাৰৰ বাসস্থান ৰ'দালিলৈ (হাতীগড় চাৰিআলি) গৈছিলোঁ। ৰাতিপুৱা ৯ বজাত পোৱাকৈ ফোনতে মাতিছিল। কলিং বেলটো টিপি দিয়াৰ লগে লগে তেওঁৰ ঘৰৰ দুৱাৰখন মেল খালে। শ্ৰীমতী ইলিমা বাইদেৱে দুৱাৰখন খুলি দিছিল। এডাল লাখুটিৰ ওপৰত ভৰ দি তেওঁ ওলাই আহি 'অলৌকিক অভিজ্ঞতা' নামৰ লেখা এটা মোৰ হাতত দিছিল। 'ৰংঘৰ' আলোচনীখনৰ বাবে তেওঁৰ এই লেখাটো বিচাৰিছিলোঁ।

জুলাই সংখ্যা 'ৰংঘৰ'খন তেওঁৰ হাতত তুলি দিছিলোঁ। ড্ৰইংৰুমতে বহি 'ৰংঘৰ'ত প্ৰকাশ পোৱা 'চকুপচাৰতে ডক্টৰ বীৰেন্দ্ৰনাথ দত্ত' জীৱনীখনৰ সমালোচনাটো পঢ়ি চাইছিল। মই লিখা এই জীৱনীখনৰ সমালোচনা ড° শৰ্মা ছাৰেই কৰিছিল। তেওঁ কৈছিল, "শিল্পী হলেই মদ খাব লাগে বুলি কোনো কথা নাই, বহুত শিল্পী মদ খায়েই মৰিল। কিন্তু ড° বীৰেন দত্তৰ কোনো 'অমিতাচাৰ নহ'ল' বুলি আপোনাৰ কিতাখন পাঢ়ি লিখিছোঁ। 'ৰংঘৰ'খনৰ বিষয়ে তেওঁ এনেদৰে মন্তব্য কৰে, "ৰংঘৰৰ ছপা ভাল, ছপাৰ ভুল নাই। মেগাজিনখন চায়ে ভাল লাগে।" 'ৰংঘৰ'ৰ লেখাৰ পৰা তেওঁলৈ আগবঢ়োৱা ২০০ টকা 'মাননী'

তেওঁৰ হাতত তুলি দি 'সামান্য' বুলি কোৱাত ক'লে "সামান্য মাননী নহয়, গধুৰেই।"

সেইদিনা কথা প্ৰসঙ্গত ড° শৰ্মাৰ শিক্ষা সম্পৰ্কে কিছুকথা জানিব পাৰিছিলোঁ। অসমৰ প্ৰথম ডি. লিট. ডিগ্ৰী পোৱা ব্যক্তিজন হ'ল প্ৰয়াত ড° পণ্ডিত প্ৰবৰ সূৰ্যকুমাৰ ভূঞা। ড° মুকুন্দ মাধৱ শৰ্মা ডি. লিট উপাধি পোৱা অসমৰ দ্বিতীয় গৱেষক। ড° মুকুন্দ মাধৱ শৰ্মা সংস্কৃতৰ ক্ষেত্ৰলৈ যোৱাৰ গুৰিত আছিল তেওঁৰ খুড়াক তুলসী নাৰায়ণ শৰ্মা। তুলসী নাৰায়ণ শৰ্মা বিখ্যাত অৰ্থনীতিবিদ পণ্ডিত ড° জয়ন্ত মাধৱৰ দেউতাক। তুলসী নাৰায়ণ শৰ্মাও কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ এম. এ। কৃষ্ণকান্ত সন্দিকৈৰ পাছত তুলসী নাৰায়ণ শৰ্মা জে. বি. কলেজৰ অধ্যক্ষ হয়। কৃষ্ণকান্ত সন্দিকৈয়ো সংস্কৃতৰ পণ্ডিত। মুকুন্দ মাধৱ শৰ্মাই জে. বি. কলেজত সংস্কৃতত অনাৰ্ছ লবলৈ বিচৰা সময়ত তাত সেই বিষয়টোত অনাৰ্ছ নাছিল। ইক্‌নমিক্‌চতহে অনাৰ্ছ আছিল।

তুলসী নাৰায়ণ শৰ্মাৰ ইচ্ছা ক্ৰমে তেওঁ সংস্কৃতত অনাৰ্ছ ললে। তেওঁৱেই তেতিয়া একমাত্ৰ সংস্কৃত অনাৰ্ছৰ ছাত্ৰ, আৰু এজন আছিল যদিও সেইজন ছাত্ৰই মাজতে অনাৰ্ছ বাদ দিলে। যিসকলে তেওঁক অনাৰ্ছ শিকাইছিল তেওঁলোক এজনৰো অনাৰ্ছ নাছিল। জয়ন্ত মাধৱ আৰু মুকুন্দ মাধৱ শৰ্মাই একে বছৰতে জে. বি কলেজৰ পৰা অনাৰ্ছ লৈ বি. এ. পাছ কৰে। জয়ন্ত মাধৱৰ ইকনমিকচত অনাৰ্ছ আৰু মুকুন্দ মাধৱৰ সংস্কৃতত অনাৰ্ছ। দুয়োগৰাকী পণ্ডিতেই নিজৰ নিজৰ ক্ষেত্ৰত শীৰ্ষস্থানত অছে।

ড° শৰ্মা ছাৰৰ ভাষাত কবলৈ গ'লে, "জয়ন্ত মাধৱ গ'ল প্ৰবৃত্তি মাৰ্গত আৰু মই গ'লো নিবৃত্তি মাৰ্গত। মোৰ জীৱনত কেতিয়াও অৰ্থলিপ্সা নাই। মই বিদ্যা বিক্ৰী নকৰো, বিদ্যা দানহে কৰোঁ।"

সেই দিনা এই গৰাকী পণ্ডিতক মই চাকি আৰু জুইৰ কথা সুধিছিলোঁ। তেওঁ কৈছিল, "মানৱ সমাজৰ ঋক্‌বেদেই হ'ল প্ৰাচীনতম সাহিত্য। ঋক্‌বেদৰ প্ৰথম শ্লোকটোৱেই অগ্নি—

"অগ্নিমীলে পুৰোহিতং যজ্ঞস্য দেৱমৃত্বিজম্।" অগ্নি যজ্ঞৰ পুৰোহিত আৰু দীপ্তিমান ; অগ্নি দেৱতাসলকৰ আহ্বানকাৰী ঋত্বিক্।

অগ্নিৰ আবিষ্কাৰেই মানৱ সভ্যতাৰ প্ৰথম উপকাৰী আবিষ্কাৰ। মানৱ

সমাজে শীতৰ পৰা ৰক্ষা পাবলৈ অগ্নি পালে— আন্ধাৰৰ পৰা ৰক্ষা পাবলৈ পালে পোহৰ। বাৰ ঘন্টা দিন আৰু বাৰ ঘন্টা ৰাতি। পোহৰ নহলে জীৱনৰ আধা অথলে যায়। অগ্নিৰ বাবে বাৰ ঘন্টা পোহৰ পোৱা গ'ল। অগ্নিৰ যজ্ঞ আৰম্ভ হ'ল। বনত জুই লাগে। ঘহনি খালে জুই লাগে— মানৱ সমাজে জনা হ'ল। কাঠ যুজাঁই অগ্নি সৃষ্টি কৰি যজ্ঞ কৰে। গাৰ্হস্পত্য— নামৰ অগ্নি আছে। মানৱ সমাজে অগ্নি সংৰক্ষণ কৰিব জনা হ'ল। ঘৰতে জুই জ্বলি থাকে। অখণ্ড প্ৰদীপৰ সৃষ্টি হ'ল। শলিতা দি জুই জ্বলাব জনা হ'ল। লগে লগে তেল শলিতা দি মাটিৰ চাকি জ্বলোৱা সংস্কৃতি গঢ়লৈ উঠিল। এইদৰে এই গৰাকী পণ্ডিতৰ লগত কথা পাতিলৈ এনেধৰণৰ কথাই জানিব পাৰি।

এই গৰাকী পণ্ডিতৰ বাস গৃহলৈ গৈ বিমোহিত হওঁ তেওঁৰ বিদুষী পত্নী শ্ৰীমতী ইলিমা শৰ্মাৰ (বুলি) লগত কথা পাতি। ইলিমা শৰ্মা শিৱসাগৰৰ ফুকন নগৰৰ জীৱৰী। ড° সূৰ্য্যকুমাৰ ভূঞাৰ পত্নী ঁলক্ষেশ্বৰী ভূঞানীৰ সৈতে ইলিমা বাইদেউৰ ভালেখিনি মিল মই বিচাৰি পাওঁ। ড° শৰ্মা ছাৰৰ সকলো খবৰ ইলিমা বাইদেৱে ৰাখে, এগৰাকী গবেষক পণ্ডিতৰ অধ্যয়নত যাতে অকনো ব্যাঘাত নজন্মে তালৈ তেওঁ সততে সচেতন হৈ থকা দেখা পাওঁ। ড় শৰ্মা ছাৰৰ জীৱন তেওঁৰ স্মৃতি পটত সজীৱ হৈ আছে। নলবাৰী কলেজতো শৰ্মা ছাৰে কিছুদিন প্ৰবক্তা হৈ আহিছিল। মই এদিন বাইদেউৰ আগত এই কথা উলিওৱাৰ লগে লগে তেওঁ কৈ উঠিছিল— "হয়, আগষ্ট ১৯৫৫ চনৰ পৰা ফেব্ৰুৱাৰী ১৯৫৭ লৈ তেওঁ নলবাৰী কলেজৰ প্ৰবক্তা হৈ আছিল।" ড° শৰ্মা ছাৰৰ কোনখন কিতাপ কোন ঠাইত আছে— কোনখন কিতাপ সংৰক্ষণৰ অসুবিধাৰ বাবে হেৰাইছে এই সকলো কথা বাইদেৱে ভালদৰে জানে। ১৯৫৮ চনৰ ৩০ জানুৱাৰীত তেওঁলোকৰ যুৱীয়া জীৱন আৰম্ভ হয়।

***

# ড° মুকুন্দ মাধৱ শৰ্মাক মই কেনেকৈ জানো

**ৰমনি ৰঞ্জন বৰুৱা**

হঠাৎ ড° অশোক গোস্বামীৰ পৰা এখন চিঠি পালোঁ, মোক ড° মুকুন্দ মাধৱ শৰ্মাৰ বিষয়ে কিছু লিখিবলৈ অনুৰোধ কৰিছে তেখেতে ড° শৰ্মাৰ বিষয়ে প্ৰকাশ কৰিব খোজা কিতাপৰ বাবে।

ড° মুকুন্দ মাধৱ শৰ্মাক মই সৰুৰে পৰা জানো। কিয়নো তেখেত আমাৰ একমাত্ৰ পেহা স্বৰ্গীয় তুলসী নাৰায়ণ শৰ্মাৰ ভতিজাক। তেখেতৰ দেউতাকৰ নাম আছিল স্বৰ্গীয় ড° ৰুচি নাৰায়ন শৰ্মা আৰু মাকৰ নাম স্বৰ্গীয়া স্বৰ্ণময়ী দেৱী। মুকুন্দ মাধৱ প্ৰায় মোৰ বয়সৰে— ডেৰবছৰ মানৰ ডাঙৰ হব। কিন্তু তেখেতে পঢ়াত আমাতকৈ বহুত ওপৰত পঢ়িছিল। মই সৰু থাকোতে যোৰহাটত থকা আইতাৰ ঘৰলৈ যাওঁতে আমাৰ পেহীৰ তালৈ যাওঁ, তাতে মুকুন্দ মাধৱক প্ৰায়েই লগ পাওঁ, গতিকে মুকুন্দ মাধৱক সৰুৰে পৰা ভালকৈয়ে জানো।

মুকুন্দ মাধৱৰ দেউতাক ড° ৰুচি নাৰায়ণ শৰ্মা সোনকালে ঢুকুৱাত তেওঁ পাছত খুৰাক স্বৰ্গীয় তুলসী নাৰায়ণ শৰ্মাৰ লগত থাকিবলৈ ললে। তেখেত সৰু ডোখৰত পঢ়াত মধ্যমীয়া আছিল, কিন্তু তেখেতৰ মনোবল ইমান বেছি আছিল যে যিটো কৰিম বুলি ভাবে তাক কৰিহে এৰিছিল। সৰু ডোখৰত মুকুন্দ মাধৱ অঙ্কত সিমান ভাল নাছিল। আনকি স্কুলৰ কোনোবা এটা শ্ৰেণীত শূন্যও পাইছিল। কিন্তু সেইবুলি তেখেতে মন পেলাই নিদিছিল। তেখেতে সেইটো এটা প্ৰত্যাহ্বান বুলি লৈ অতি কষ্ট কৰি অঙ্কৰ জ্ঞান আয়ত্ব কৰিছিল আৰু প্ৰবেশিকা পৰীক্ষাত অতি ভাল নম্বৰ পাইছিল। তেখেতে পাছত আনকি বি.

এ. পৰীক্ষালৈকে অঙ্ক বিষয়টো ৰাখিছিল।

খুড়াক স্বৰ্গীয় তুলসী নাৰায়ণ শৰ্মা যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অধ্যাপক ও পাছত অধ্যক্ষ আছিল, খুড়াকৰ আদৰ্শতে মুকুন্দ মাধৱে বি. এত সংস্কৃতত অনাৰ্ছ লৈছিল আৰু সুখ্যাতিৰে বি. এ. পাছ্ কৰিছিল। কলেজত পঢ়া সময় ডোখৰতো তেখেতৰ পা-পইচাৰ বেচ নাটনি হৈছিল। তেখেতে লৰা-ছোৱালী পঢ়াই উপাৰ্জন কৰিছিল আৰু নিজৰ খৰচ নিজে উলিয়াইছিল।

মুকুন্দ মাধৱে কেতিয়াও হাৰ নামানিছিল। ইমান অৰ্থৰ অভাবতো তেখেতে সংস্কৃতত এম. এ. পঢ়িবলৈ কলিকতালৈ গৈছিল। তাতো তেখেতে নানা উপায়েৰে পইচা উপাৰ্জ্জন কৰিছিল আৰু পৰীক্ষাত প্ৰথম শ্ৰেণী লাভ কৰি এম. এ. পাছ কৰিছিল। কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক সকলে তেখেতক বৰ ভাল পাইছিল আৰু মৰম কৰিছিল।

কলিকতাৰ পৰা সংস্কৃতত এম. এ. পাছ্ কৰি আহি তেখেতে কেইবা ঠাইতো কলেজত কাম কৰিছিল। যেনে নলবাৰী কলেজ, জগন্নাথ বৰুৱা কলেজ আদিত। পিছত ১৯৫৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে সংস্কৃত বিভাগ খোলাত তেখেতে প্ৰথমেই লেকচাৰাৰ হিচাবে যোগ দিয়ে আৰু সংস্কৃত বিভাগটো স্থাপন কৰাত যথেষ্ট অৱদান আগবঢ়ায়।

ড° মুকুন্দ মাধৱ শৰ্মাৰ লগত মোৰ একেবাৰে ওচৰ সম্বন্ধ হয় যেতিয়া তেখেতে ১৯৫৮ চনৰ জানুৱাৰী মাহত মোৰ ভনী ইলিমাক বিয়া কৰায়। এই বিয়াখনো আকৌ সাধুকথাৰ দৰে। মোৰ ভনী জন্ম হবৰ দিনাই মুকুন্দ মাধৱৰ ছয় বছৰীয়া জন্ম তিথি আছিল আৰু সেই জন্মতিথিলৈ মোৰ দেউতা স্বৰ্গীয় গোপী ৰঞ্জন বৰুৱাও গৈছিল। তেখেত আৰু মুকুন্দ মাধৱ দেউতাক দুয়ো বন্ধু আছিল। তাতে ধেমালিতে দেউতাই কলে যে "আজি মোৰ জন্ম হোৱা ছোৱালীজনী তোমাৰ ল'ৰা মুকুন্দলৈকে বিয়া দিম।" মুকুন্দ মাধৱৰ দেউতাকেও হাঁহি থলে। পাছত সেই কথাৰেই গৈ ১৯৫৮ চনত বিয়াখন হয়গৈ।

মোৰ ভনীজোঁৱাই হোৱাৰ পাছত মুকুন্দ মাধৱক আৰু ভালকৈ জানিবলৈ সুবিধা পালো। তেখেত সৰুৰে পৰা সকলো কামতে বৰ Serious। কোনো কথা নিজে পুঙ্খানুপঙ্খ কৈ নোচোৱাকৈ এটা অভিমত প্ৰকাশ নকৰে। নিজৰ বিভাগৰ কামত ব্যস্ত থাকিলেও তেখেতে পৰিয়ালৰ লগত স্ফূৰ্ত্তি ধেমালী

কৰা, চিনেমা, থিয়েটাৰ আদি চোৱাত যথেষ্ট সময় দিছিল। তেখেতে ক্রিকেট খেলা ৰেডিঅত শুনিছিল আৰু কোনোবাই ব্যাঘাত জন্মালে তেওঁৰ বৰ খং উঠিছিল।

বিশ্ববিদ্যালয়ৰ বিভাগত পঢ়োৱাৰ লগে লগে তেখেতে নিজৰ পি. এইচ.ডি (Ph D.) ৰ কাৰণে খুব মনোযোগেৰে পঢ়িছিল। তেখেতৰ মনোবল ইমান আছিল যে 'থেচিচ্' লিখাৰ লগে লগে তেখেতৰ পঢ়া মেজৰ ওপৰত লিখি লৈছিল ডাঙৰ ডাঙৰকৈ Ph.D., Ph D., যথাসময়ত Ph.D. পালে আৰু তাৰ পাছত D litt ৰ বাবে অধ্যয়ন আৰম্ভ হল। তেতিয়াও মনৰ বল বঢ়াবলৈ বেৰত D.Litt, D.Litt বুলি লিখিলৈছিল আৰু একেবাৰতে সংস্কৃতত লিখা 'থেছিছ'ৰ ওপৰত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা D.Litt উপাধি লাভ কৰিলে। তেখেতৰ তত্ত্বাৱধানত কেইবা গৰাকী কৃতী লোক Ph.D. লাভ কৰিবলৈ সক্ষম হৈছে।

তেখেতৰ বিদেশলৈ যোৱাৰ এটা হাবিয়াস আছিল। সেই বাবেই তেখেতে International Sanskrit Conterence ত যোগদিবলৈ মেক্সিকো, জাৰ্ম্মানী আদি ঠাইলৈ গৈছিল। ইন্দোনেছিয়াৰ বালী বিশ্ববিদ্যালয়ৰ Visiting Profesor হিচাবে তেখেতে তাত দুবছৰ আছিল। সেই সময় চোৱাতে তেখেতে ইন্দোনেছিয়াৰ ভাষাটো যথেষ্ট ভালদৰে আয়ত্ব কৰিছিল, আৰু সেই ভাষাত শ্ৰেণীৰ পাঠ দিছিল আৰু সেই ভাষাত এখন কিতাপ লিখি প্ৰকাশ কৰিছিল।

নিজৰ পঢ়াশুনাৰ লগে লগে তেখেতৰ তিনিজনী ছোৱালী কৰ্মী, ৰিমি, লনৰ পঢ়াশুনাৰ প্ৰতি খবৰ ৰাখিছিল আৰু মাজে মাজে তেওঁলোকৰ পঢ়া চাই দিছিল। ছোৱালী কিজনীকো উৎসাহ আৰু মনোবল দিবৰ বাবে তেওঁলোকৰ পঢ়ামেজৰ ওপৰত লিখিদিছিল। 1st Div. - 1st Div সচাঁকৈয়ে তেখেতৰ তিনিওজনী ছোৱালী পঢ়াত সদায়ে প্ৰথম বিভাগতে পাছ কৰিছিল। পিতৃৰ দায়িত্ব তেখেতে পুৰা কৰিছিল আৰু তেখেতৰ চাকৰিত থকা অৱস্থাতে তিনিও জনী ছোৱালীৰ ভাল পৰিয়ালৰ লগত বৈবাহিক সম্বন্ধ কৰি দিছিল।

তেখেতে নিজে বৰকষ্টত উঠাৰ বাবেইনেকি লোকৰ দুখ দেখিব নোৱাৰিছিল। কোনোবা লৰা-ছোৱালীৰ পঢ়াত কষ্ট হলে তেখেতে পাৰিলে নিজৰ ঘৰতে ৰাখি পঢ়াইছিল। ড° অশোক কুমাৰ গোস্বামী নিজেই ড° মুকুন্দ মাধব শৰ্মাৰ ঘৰত থাকি পঢ়ি সংস্কৃতত এম. ও. ভালকৈ পাছ কৰিছিল আৰু

পাছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক হৈছিল। ড° গোস্বামীৰ বাহিৰেও শ্ৰীঅজয় কুমাৰ সৎপতি আদি কেইবাজনেও তেখেতৰ ঘৰত থাকি পঢ়াশুনা কৰিছিল। পঢ়া লৰা-ছোৱালীৰ বাহিৰেও কোনো দুঃখীয়া লোকক পালে তেখেতে যথেষ্ট সহায় কৰিছিল। এনেদৰে কেইবাজন লৰাকো তেখেতৰ ঘৰত ৰাখি কাম আদি পোৱাত সহায় কৰিছিল। তেখেতে সকলো ধৰ্ম্মকে সমান মৰ্য্যাদা দিছিল, তেখেতৰ ঘৰত এজন বিহাৰৰ মুছলমান ৰিক্সাৱালা আছিল। তেওঁৰ নাম আছিল 'বুনিয়াদ'। বুনিয়াদৰো মুকুন্দ মাধৱৰ ঘৰত গতি আছিল। কতো কোনো বাধা নাছিল।

মুকুন্দ মাধৱ কেৱল পঢ়া-শুনাতযে ব্যস্ত আছিল এনে নহয়। ইয়াৰ মাজতে সময় উলিয়াই তেখেতে পৰিয়ালৰে সৈতে বেলেগ বেলেগ ঠাইলৈ ফুৰিবলৈ গৈছিল। মই দুলিয়াজানত থাকোতে তেখেতে কেইবাবাৰো আমাৰ ঘৰত থাকি বেচ স্ফূৰ্ত্তি ধেমালী কৰিছিলগৈ। পূজাত চিনেমা, থিয়েটাৰ আদি চাই তেখেতে বৰ আনন্দ পাইছিল। পিছত চিনেমাৰ গল্পটোৰ ওপৰত নানা ধৰণৰ বিশ্লেষণ কৰিছিল, আমাৰ নিচিনাকৈ চিনেমাখন চায়েই থৈ নিদিছিল। তেখেতৰ পৰা এনেবোৰ বহুত কথা শিকিবলৈ আমাৰ সুযোগ দিছিল।

ড° শৰ্মাৰ আৰু এটা দিশ আছিল যে তেখেতে লৰা-ছোৱালীৰ বিয়া পাতি দি বৰ আনন্দ পাইছিল। তেখেত বিশ্ববিদ্যালয়ত থকাৰ সময়তে কেইখনো বিয়া পাতি দিছিল। ড° অশোক গোস্বামী আৰু শ্ৰীমতী বীণা দেবী, ড° ধৰ্ম্মেশ্বৰ চুতিয়া আৰু শ্ৰীমতী লক্ষহীৰা গগৈ আদি বহুতৰ বিয়া বন্দোবস্ত কৰিছিল। এতিয়াও তেখেতে এই বিষয়ত পাৰিলেই সহায় কৰিবলৈ একেবাৰে পিচ পৰি নাথাকে।

ড° শৰ্মাই বৰ্ত্তমান কামৰ পৰা অৱসৰ গ্ৰহণ কৰিলে যদিও পঢ়াৰ লেখাৰ কোনো কম হোৱা নাই, বৰঞ্চ লিখা-পঢ়াৰ কাম বাঢ়িছেহে। তেখেত শাৰীৰিক ভাবে খুব সুস্থ নহয় যদিও লিখা-পঢ়াত লাগি থাকিলে একো কব নোৱাৰা হৈ থাকে, নিজৰ বেমাৰৰ কথাও মনত নপৰে। বৰ্ত্তমান তেখেতে ISKON ৰ ভাগৱত খন অসমীয়ালৈ ভাঙনী কৰাত ব্যস্ত হৈ আছে। (০১.০৯.০৫)।

***

# ড° মুকুন্দ মাধব শৰ্মাৰ সৈতে মোৰ ঘনিষ্ঠতা

কামিনী ৰঞ্জন বৰুৱা

ড° মুকুন্দ মাধব শৰ্মা সম্বন্ধত মোৰ ভনী জোঁৱাই। তেওঁ মোৰ একমাত্ৰ নুমলীয়া ভনীক বিয়া কৰাইছে। কিন্তু বিয়াৰ বহু আগৰ পৰাই তেওঁলোকৰ পৰিয়ালৰ লগত আমাৰ জনাশুনা আছিল, কিয়নো আমাৰ একমাত্ৰ পেহীক স্বৰ্গীয় তুলসী নাৰায়ণ শৰ্মাই বিয়া কৰাইছিল আৰু ড° মুকুন্দ মাধব শৰ্মাৰ পিতৃ ডাঃ ৰুচি নাৰায়ণ শৰ্মা আমাৰ সেই পেহাৰে ককায়েক আছিল। সেই সূত্ৰেই তেওঁলোকৰ লগত আমাৰ আগৰে পৰাই ঘনিষ্ঠতা আৰু আহ যাহ আছিল।

ড° মুকুন্দ মাধব শৰ্মা আৰু মই প্ৰায় সমবয়সীয়া। তেওঁ হয়তো মোতকৈ দুবছৰ মানহে ডাঙৰ হব। সৰুতে যেতিয়া আমি যোৰহাটৰ নেহৰু পাৰ্কতথকা পেহা পেহীৰ ঘৰলৈ যাওঁ, তেতিয়া আমি 'মকুদা'ক লগ পাও। তেওঁক তেতিয়া খুব গহীন আৰু কম কথা বতৰা কোৱা লোক যেন লাগিছিল। সেই বুলি আমাৰ কথাত আৰু আড্ডাত ভাগ নোলোৱাকৈ থকা নাছিল। খেলা-ধূলা, চিনেমাৰ পৰা আৰম্ভ কৰি সকলো কথাতে ভাগ লৈছিল। কিন্তু তেওঁ অল্পভাষী আছিল। সৰুকালত আমি ড° শৰ্মাক 'মকুদা' বুলি মাতিছিলো। কিন্তু তেওঁ মোৰ ভনীৰ লগত বিয়া হোৱাৰ পাছৰ পৰা ব্ৰাডাৰ ( Brother) বুলি মাতিছিলো। তেওঁ অৱশ্যে সম্বন্ধ ৰক্ষা কৰি মোক সৰুদা বুলি সম্বোধন কৰে।

আমাৰ মাজত যিবোৰ আলোচনা হৈছিল সেই সকলো খোলা-খুলি আৰু মুকলিকৈ হৈছিল। মোৰ দেউতা (আমি সকলোৱে পাপা বুলিছিলো), মা,

দাদা, বৌ, মোৰ পৰিবাৰ ৰুণু, বুলী— মোৰ ভনী, মকুদা, অৰ্থাৎ আমাৰ ব্ৰাডাৰ সকলোৱে, ঘৰুৱা কথাবোৰ আলোচনা কৰিছিলো, আৰু সিদ্ধান্ত লোৱাৰ সময়ত সকলোৱে প্ৰায় একমতত উপনীত হৈছিলো। কিন্তু কেতিয়াবা কিবা কথাত মত-ভেদ হলে সেইবোৰ আপোচ কৰি আৰু প্ৰয়োজন সাপেক্ষে এৰা-ধৰা কৰি লৈছিলো। আমাৰ ঘৰৰ আৰু Brother হঁতৰ ঘৰৰ সকলোবোৰ কথাৰ সিদ্ধান্তত আমি সকলো সমভাগী আছিলো।

মোৰ বেচ মনত আছে Brother এ যেতিয়া ১৯৫৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত অধাপক হিচাবে যোগ দিয়ে আৰু ৩২ নং ঘৰত থাকিবলৈ লয়, আমি তেওঁৰ ঘৰলৈ প্ৰায়ে গৈছিলো আৰু ১৯৫৮ চনৰ জানুৱাৰী মাহত মোৰ ভনীজনীৰ লগত বিয়া হোৱাৰ পাছৰে পৰাই আৰু সঘনাই গৈছিলো। মই তেতিয়া কটন কলেজৰ ছাত্ৰ। মোৰ লগত প্ৰায়েই মোৰ লগৰবোৰ গৈছিল আৰু Brother এ তেওঁলোকৰ লগত বন্ধুসুলভ ব্যৱহাৰ কৰিছিল। মোৰ লগৰবোৰেও তেওঁ Universityৰ lecturer বুলি সংকোচ কৰা নাছিল।

এবাৰ ১৯৫৯ চনত ড° শৰ্মাৰ কাণৰ ভিতৰত ফোঁহা ( Carbuncle ) হৈ ভীষন যন্ত্ৰাণা দিছিল। আমি মানে মই আৰু মোৰ ভনীজনীয়ে বৰ ভয় খাইছিলো। মই গুৱাহাটীৰ পৰা E.N.T. বিশেষজ্ঞ লৈ চিকিৎসা কৰোৱাত যেনিবা সেইটো ভাল হ'ল। ইতিমধ্যে ১৯৫৮ চনৰ ডিচেম্বৰ মাহত তেওঁলোকংৰ প্ৰথম ছোৱালীজনীৰ জন্ম হৈছে। তাই সৰু কালছোৱাত মোৰ মাৰ লগত থাকি ডিব্ৰুগড়তে ডাঙৰ-দীঘল হৈছিল। তাইৰ এতিয়া বিয়া হৈ গৈছে আৰু তাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত Reader হিচাবে কাম কৰি আছে আৰু তাইৰ স্বামী ড° ভাস্কৰ চক্ৰবৰ্ত্তী LL.M. Ph.D কৰি বিশ্ববিদ্যালয়ৰ আইন মহাবিদ্যালয়ৰ অধক্ষ্যতা কৰি আছে। ইতিমধ্যে ড° শৰ্মাৰ পৰিয়ালত আৰু দুটি কন্যা সন্তান বিয়া বাৰু হৈ জীৱনত থিতাপি লৈছে, দুয়োজনীৰে স্বামী সমাজৰ সন্মানীয় ব্যক্তি।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৩২ নং ঘৰ অৰ্থাৎ bother হঁতৰ ঘৰৰ লগত আমি ওতঃপ্ৰোতঃ ভাবে জড়িত আছিলো। সেইখিনি সময়ত bother ৰ মাক (আমি ৰবৌ সম্বোধন কৰিছিলো) আৰু ভায়েক (বৰ্ত্তমান বাহ্‌ৰেইনত থাকে) ৩২ নং তেই আছিল আৰু ভায়েকে তাৰ পৰাই Engineering পাছ কৰি প্ৰথমে

Oil India আৰু পাছলৈ Gulf Country ত তৈল বিশেষজ্ঞ হিচাবে কাম কৰি আছে। ৰৱবৌৰ দুলীয়াজানত, ভায়েকৰ ঘৰতে মৃত্যু হৈছিল।

৩২ নং ঘৰত আৰু বহুতৰে লগত আমাৰ সান্নিধ্য হৈছিল। সেইবোৰৰ বেচিভাগেই আছিল পঢ়া শুনাত খুব ৰাপ থকা ভাল ল'ৰা। কিন্তু সুবিধাৰ অভাবত হয়টো পঢ়া শুনা বাদ দিব লাগিলে হয় যদিহে তেওঁলোকে ড° শৰ্মাৰ সান্নিধ্য নাপালেহেতেন। তেনে বহুতকে তেওঁ নিজৰ ঘৰত ৰাখি পঢ়াৰ সুবিধা কৰি দিছিল। বহুতো গুণী ছাত্ৰ তেওঁলোকৰ লগতে থাকি, পঢ়ি, আজি সমাজত ভালকৈ প্ৰতিষ্ঠিত হৈ আছে। এইবোৰে নিশ্চয় ড° শৰ্মাৰ উদাৰ দৃষ্টি আৰু বদান্যতাকে সূচাইছে।

মই ইতিমধ্যে গুৱাহাটী এৰি ১৯৬০ চনত Agra Universityত M.A. কৰিব গলো। তাৰ আগতে ১৯৫৯-৬০ চনত এবছৰৰ বাবে গুৱাহাটী উচ্চন্যায়ালয়ত copying section ত কাম কৰিছিলো। Agra লৈ যোৱাৰ পাছত মোৰ brother হঁতৰ লগত সিমান যোগাযোগ নাছিল। মাজে মাজে দুই এখন খত, যত কেৱল ভাল বেয়াহে ব্যক্ত আছিল। তেওঁলোকো ঘৰ সংসাৰত ব্যস্ত আৰু ময়ো নতুন পৰিবেশৰ মাজত নিজকে ব্যস্ত ৰাখিছিলো। মই চিঠি পত্ৰ লিখাত বৰ অভ্যস্ত নাছিলো। কিন্তু brother এ সদায়েই পঢ়া ভালকৈ কৰিবলৈ উদগনি দি চিঠি দিছিল।

১৯৬২ চনত মই M.A. পাছ কৰি আহিয়েই প্ৰথমে তিতাবৰস্থিত নন্দনাথ শইকীয়া মহাবিদ্যালয়ত Lecturer ৰ চাকৰি পাওঁ আৰু তাৰ পাছত ১৯৬৪ চনত ডিব্ৰুগড়ৰ কানৈ মহাবিদ্যালয়ৰ ৰাজনীতি বিজ্ঞান বিভাগত যোগ দিওঁ আৰু তেতিয়াৰপৰাই মই ডিব্ৰুগড়ৰ নিগাজী বাসিন্দা। কলেজৰ চাকৰিত যোগ দিয়াৰ পৰাই ড° শৰ্মাই মোক সদায়েই Ph.D. কৰিবৰ কাৰণে তাগিদা দিছিল। আৰু তেওঁৰ তাগিদাতেই মই Late Prof. Dr. V. Venkata Rao (ৰাজনীতি বিজ্ঞান বিভাগৰ মুৰব্বী অধ্যাপক) ক লগ ধৰিছিলো। তেখেতে মোৰ guide হবলৈ সন্মতিও দিছিল। কিন্তু যিটো বিষয় বাচি দিছিল সেইটো মোৰ মনঃ পুতঃ নহল বাবে Dr. Raoৰ তলত মোৰ Ph.D. কৰা নহল। মই দৰাচলতে বিষয় বিছাৰিছিলো Ancient Indian Polity, মোৰ Ph.Dৰ অধ্যায় সিমানতে থমকি ৰবলগা হৈছিল। কিন্তু ভনী আৰু brother ৰ তাগিদা চলিয়েই থাকিল।

পাছত যেনিবা গুৱাহাটী বিশ্ববিদ্যালয়ৰেই বিদগ্ধ পণ্ডিত ড° প্ৰিয়াংশু প্ৰবল উপাধ্যায়ৰ তত্বাবধানত গবেষণা কৰি thesisৰ কাম কৰা শেষ কৰিলো। এই ক্ষেত্ৰত ড° শৰ্মাৰ অৱদান উল্লেখনীয় আছিল। তেওঁৰ উদ্‌গনি নোপোৱা হলে হয়টো মোৰ Ph.D. কৰাই নহলহেতেন। মই আজি সেইখিনি স্বীকাৰ কৰি তেওঁৰ শলাগ লৈছো। মই thesisৰ কাম কৰি থকা সময়ত ড০ শৰ্মা পৰিয়াল সহ (দুজনী ছোৱালী) Indonesia ৰ বালি দ্বীপপুঞ্জৰ Denpassar ৰ উদয়ন University ত Visiting Professor হিচাবে কাম কৰি আছিল। তাৰ মাজতো মোলৈ চিঠি পত্ৰ লিখি মোৰ কাম কিমান আগ বাঢ়িছে, কোনখন কিতাপ বেছি উপযোগী হ্ব সেইসকলোবোৰ কথা জনাই আছিল। মোৰ thesis গুৱাহাটীত type (তেতিয়া D.T.Pৰ ব্যৱস্থা নাছিল) কৰি থাকোতে সন্ধিয়া সময়খিনি এনেয়ে কটাব লগীয়া হোৱা বাবে, সময়ৰ সদব্যৱহাৰ কৰিবৰ কাৰণে Law College ত নামটো লগাই লবৰ বাবে চিঠিতে পৰামৰ্শ দিলে। সেই পৰামৰ্শ তেওঁ মোৰ Indonesiaৰ পৰাই দিছিল। ময়ো সুবিধা বুজি মোৰ ডাঙৰ ভাগিন জোৱাইৰ লগত আলোচনা কৰি universityৰ low college ত নামটো লগালো আৰু তিনি বছৰৰ মূৰত LL.B. পাছ কৰিলো। এই কৃতকাৰ্য্যতাৰ বাবে মই ড° শৰ্মা আৰু ডাঙৰ ভাগিন জোৱাইৰ শলাগ লৈছো। তাৰ পাছত ড° শৰ্মাৰ পৰা আৰু এটা তাগিদা আহিল। M.A., Ph.D. LL.B কৰিলা, এতিয়া পাৰিলে M.B.A. কৰা। মোৰো M.B.A. কৰাৰ ইচ্ছা আছিল। সেইমতেই মই দিল্লীৰ এখন affiliated আৰু recognised Institute ৰ লগত যোগাযোগ কৰি Correspondence course ত Post graduate Diploma in Business Administrationত নাম লগাই এক বছৰীয়া Courseৰ diploma কৰিলো। মোৰ এই কৃতকাৰ্য্যও তেওঁৰ বাবে হৈ উঠিল।

মই পঢ়া শুনা আৰু নিজৰ কলেজৰ কামত ব্যস্ত থকাৰ সময়তে আমাৰ সংসাৰলৈ আহিল আমাৰ একমাত্ৰ ছোৱালীজনী। তাই জন্ম হওতে দেখাত শুৱনী হোৱাৰ বাবে পাপাই তাইৰ নাম দিছিল sweetie আৰু সেই নামটোৱেই তাইৰ থাকি গ'ল। তাইৰ ২ বছৰ ১০ মাহ হওতে স্কুলত নাম লিখিবলগীয়া হ'ল। লগে লগে এটা পোছাকী নামৰ প্ৰয়োজন হ'ল। আমি brother ৰ লগত যোগাযোগ কৰিলো phoneত। তেওঁ নাম কৰি দিলে মনস্কান্ত (Manaskanta)

আৰু আমাক নামৰ তাপৰ্য্য বুজাই দিলে যে,— 'Manaskanta is a gem with which you can get anything your aspire for আৰু সেইটোৱেই তাইৰ পোচাকী নাম হ'ল।

ইয়াৰ ভিতৰতে ড° শৰ্মাই ডিব্ৰুগড়ত ১৯৭৯ চনত এটা ঘৰ কিনিছিল। সেইটোৰো মই আৰু মোৰ পৰিয়াল caretaker হিচাবে থাকিলো। পাছত অৱশ্যে আমি সেই ঘৰটো তেওঁলোকৰ পৰা কিনি ললো। কিয়নো ডিব্ৰুগড়ত নিগাজীকৈ বসবাস কৰাৰ তেওঁলোকৰ কোনো ইচ্ছা নাছিল।

১৯৯২ চনত ড° শৰ্মাই ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ নিযুক্তি পায় আৰু প্ৰথমে অকলে আহি আমাৰ লগতে আছিলহি। পাছত তেওঁৰ পৰিবাৰ অহাত V C ৰ Official residence লৈ যায়গৈ। এইখিনি সময়ত আমাৰ দুয়োটা পৰিয়ালৰ সদায়ে অহা যোৱা হৈছিল। তেওঁৰ বাৰীত হোৱা শাক পাচলিৰ ভাগ আমি প্ৰায়েই পাইছিলো। আৰু ফুলৰ cutting আৰু অন্য পুলি আমাৰ বাৰীত লগাবৰ বাবে দিছিল।

১৯৯৭ চনত ড° শৰ্মাই তেওঁৰ V.C.ৰ কাৰ্য্যকাল সম্পন্ন কৰি ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ গলগৈ আৰু তাতে স্থায়ীকৈ বাস কৰিবলৈ ললে। এনেতে তেওঁ Tezpur University ত এটা assignment পায় আৰু সেইটোও সুখ্যাতিৰ সম্পন্ন কৰে। সেইখিনি সময়তে Kenya ৰ নাইৰোবী বিশ্ববিদ্যালয়ত দুবছৰৰ বাবে Vedic Study পঢ়াৰৰ বাবে এটা assignment পায়। তেওঁৰ যাবৰ ইচ্ছা নাছিল। কিন্তু আমি জোৰ দি ধৰাত যাবলৈ ওলাল। পাঁচ মাহ থাকি ভাল নলগাত তাৰ পৰা গুছি আহিল, এতিয়া retired life lead কৰিছে, কিন্তু শ্ৰীশ্ৰী ভাগৱত খন অনুবাদ কৰাৰ কামত ব্যস্ত্য আছে। বাত বিষ থকা বাবে শৰীৰেও মাজে মাজে আমনি দি থাকে।

এতিয়া আমাৰ দুয়োটা পৰিয়াল নিজৰ নিজৰ কামত ব্যস্ত। মোৰ ওকালতি, লগতে দলৰ আৰু সমাজৰ কাম, মোৰ পৰিবাৰ ব্যস্ত আকাশবাণী ডিব্ৰুগড়ক লৈ, লগতে সংসাৰখন। আমাৰ কন্যাই অৱশ্যে গুৱাহাটী উচ্চন্যায়ালয়ত Junior হিচাবে ওকালতি শিকি আছে আৰু লগতে LL.M. কৰি আছে। সেইবাবে তাই সদায়েই ড° শৰ্মাইতক লগ পায় আৰু আমাকো খবৰ বাতৰি দি থাকে। আমিও প্ৰায়ে ফোন কৰি কুশল-মঙ্গল বাৰ্তা লওঁ। এতিয়াও তেওঁ সেই একে কথাকে

কয় যে পাৰ্য্যমানে, সামৰ্থ্য অনুসৰি লোকক সহায় কৰিবা, বিশেষকৈ অসহায় লোকক। কাৰো কেতিয়াও অনিষ্ট নকৰিবা। তেওঁকো সেই একে আদৰ্শৰে জীৱনত আগবঢ়া দেখিছো। এতিয়াও ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ V.C. office ৰ তৃতীয়-চতুৰ্থ বৰ্গৰ কৰ্মচাৰী সকলে আমাৰ ওচৰলৈ আহি তেওঁলোকৰ কুশল বাৰ্তা লয় আৰু সদায়ে মনত ৰাখে। ড° অশোক কুমাৰ গোস্বামীয়ে পোৱা নিচিনাকৈ তেওঁ বহুতো ছাত্ৰক নিজৰ ঘৰতে ৰাখি পঢ়াই শুনাই উপযুক্ত কৰি সমাজত প্ৰতিষ্ঠা লভাত সহায় কৰিছে। এইটো তেওঁ নিশ্চয় উত্তৰাধিকাৰী সূত্ৰে পোৱা গুণ আৰু লগতে ভনীজনীৰ উৎসাহ আৰু প্ৰেৰণা বুলিয়েই ক'ব লাগিব। মুকুন্দ মাধৱে এই উদাৰতা লাভ কৰিলে খুড়াক তুলসী নাৰায়ণ শৰ্মাৰ পৰা। তেওঁৰ পত্নী ইলিমাই লাভ কৰিলে আজো আইতাক হৈম্যৱতী দেবী (ভ্ৰমৰঙ্গৰ অন্যতম অনুবাদক গুঞ্জানন বৰুৱাৰ পত্নী)ৰ পৰা আৰু হয়তো এনেকুৱা বহুতো কথা আছে। মোৰ মনত যিখিনি আহিল সেইখিনিকেই ইয়াত লিপিবদ্ধ কৰিলো।

ড° মুকুন্দ মাধৱ শৰ্মাৰ উত্তৰোত্তৰ উন্নতি আৰু দুয়োৰে নিৰোগী দীৰ্ঘ জীৱন কামনা কৰি পৰম জনাৰ চৰণত প্ৰাৰ্থনা জনাইছোঁ।

***

# অধ্যাপক মুকুন্দ মাধৱ শৰ্মাক মই যেনেদৰে জানো

দেবেন্দ্ৰ নাথ শৰ্মা

১৯৫৫-৫৭ চনৰ মাজৰ কাল-ছোৱাত মই নলবাৰী কলেজৰ আই. এ. (কলা মাধ্যমিক) শ্ৰেণীৰ ছাত্ৰ আছিলো। কলেজখনৰ অধ্যক্ষ আছিল প্ৰথিতযশা সাহিত্যিক, ৰাজনীতিবিদ, শিক্ষাবিদ প্ৰয়াত ত্ৰৈলোক্য নাথ গোস্বামী। তেখেতৰ পৰিচালনাতে নানান আহুকালৰ মাজতো (যেনে— শিক্ষকৰ অভাৱ বিশেষকৈ ইংৰাজীৰ শিক্ষক আৰু টকা-পইচাৰ অভাৱ) পৰীক্ষাৰ ফলাফলৰ ক্ষেত্ৰত নলবাৰী কলেজে ইতিমধ্যে সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছিল, মই কলেজত প্ৰৱেশ কৰাৰ প্ৰায় লগে লগে সংস্কৃতৰ যশস্বী অধ্যাপক লক্ষ্মীকান্ত ত্ৰিপাঠীকে ধৰি কেবাজনো অধ্যাপকে নলবাৰী কলেজ এৰি কলিকতালৈ গুচি যোৱাৰ পাছত মুকুন্দ মাধৱ শৰ্মা, উপেন্দ্ৰনাথ শৰ্মা, কমলেশ্বৰ শৰ্মা, আদি অধ্যাপকসকলে নলবাৰী কলেজত যোগদান কৰে। এখেতসকলৰ ভিতৰত শেষোক্ত দুজন অধ্যাপক ইংৰাজীৰ আৰু প্ৰথমজন সংস্কৃতৰ।

সংস্কৃত ভাষা-সাহিত্যৰ চৰ্চাত নলবাৰী অঞ্চলটো অসমৰ নবদ্বীপ নামে সুখ্যাত আছিল যদিও নলবাৰী কলেজত মই আই. এ.ৰ প্ৰথম বাৰ্ষিকত থাকোতে আমি সাত-আঠজন মান ছাত্ৰইহে সংস্কৃত বিষয়টো লৈছিলো। মুকুন্দ মাধৱ শৰ্মাছাৰে আমাক অতি বিদ্যোৎসাহেৰে পাঠদান কৰিছিল। আমিও মনোযোগেৰেই পাঠ গ্ৰহণ কৰিছিলো। তেখেতৰ পাঠদান যে সফল হৈছিল

তাক আমাৰ পৰীক্ষাৰ ফলাফলেই কৈছিল। সংস্কৃতত আমি কোনোজনেই অকৃতকাৰ্য্য হোৱা নাছিলো। মই শতকৰা ৭৫ নম্বৰ পাইছিলো। শ্ৰেণীকোঠাত ছাৰ বৰ সজীৱ আছিল। নানাধৰণৰ সংস্কৃত শ্লোকৰ ৰগৰ কৰি আমাক হঁহুৱাইছিল। তাৰে এটা আছিল ব্যাকৰণৰ সমাসক লৈ। শ্লোকটো আছিল— দ্বন্দ্বঃ দ্বিগুৰপি চাহং, মদ্গেহে নিত্যং অব্যয়ীভাৱঃ, হে তৎপুৰুষ— কৰ্মধাৰয়, উদ্ধৃতিটোত স্মৃতি বিভ্ৰম হব পাৰে—ক্ষমা প্ৰাৰ্থনা কৰিলো। ছাৰৰ স্মৃতিশক্তি যে অতি প্ৰখৰ আছিল তাৰ দেখ দেখ প্ৰমাণ এদিন শ্ৰেণীকোঠাতে পাইছিলো। ছাৰে এদিন যিখন ৰঘুবংশ কিতাপৰে (প্ৰথম বা দ্বিতীয় সৰ্গ) আমাক পাঠদান কৰিছল, সেই কিতাপখন আমাৰ হাতত দি কলে যে সেই কিতাপখনৰ যিকোনো শ্লোক কিতাপখনৰ সোঁফালে নে বাওঁফালে, তলৰফালে নে ওপৰফালে আছে কৈ দিব পাৰে। ছাৰৰ নিৰ্দেশ ক্ৰমে আমি ছাৰৰ পৰীক্ষা ললো। ছাৰ পৰীক্ষাত এশ নম্বৰৰ ভিতৰত এশ নম্বৰ পাই উত্তীৰ্ণ হ'ল। আন এদিনাখন ছাৰে কলে তেখেতে হেনো নলবাৰী ৰেল ষ্টেচনৰপৰা কলেজলৈ অহা পথত যিমানবোৰ বিজ্ঞাপন আছে সেইবোৰ ক্ৰমানুসাৰে কৈ যাব পাৰে। কথাবোৰ শুনি আমি আচৰিত হলো। কিন্তু ছাৰৰ এই পৰীক্ষাটো লোৱা অসুধিাজনক বাবে পৰীক্ষা লোৱা নহ'ল। গতিকে পৰীক্ষাত পাছ-ফেলৰ প্ৰশ্নটোও অবান্তৰ। কিন্তু পৃথিবীত কেইজন ছাত্ৰ-ছাত্ৰীৰ জীৱনত শিক্ষকৰ পৰীক্ষালোৱাৰ ভাগ্য ঘটিছে? আমাৰ হলে ঘটিছিল। আৰু সেইটো সম্ভৱ হৈছিল ছাৰে নিজৰ মহানুভৱতাৰে আমাৰ লগত পতা সহজ-সৰল সম্বন্ধৰ বাবে। সকলো কথাতে ছাৰ আছিল খোলা-মিলা, ছাৰৰ মিঠা মিঠা উজনীয়া মাত-কথাও আমাৰ আকৰ্ষণৰ বস্তু আছিল, ছাৰে বল খেলি ভাল পাইছিল। খেলিবলৈ মন গলে ছুটীৰ পাছতেই ঘৰলৈ নগৈ খেল শেষ কৰিহে গধূলিপৰত ঘৰলৈ ফিৰিছিল। ছাৰৰ ভেম নাছিল বাবেই তেওঁৰ সৈতে আমাৰ নিবিড় ভাতৃত্বৰ বান্ধোন সম্ভৱ হৈছিল। তেখেতে মোৰ ভনী জনীৰ বিয়ালৈকো আগ্ৰহেৰে গৈ নিমন্ত্ৰণ ৰক্ষা কৰিছিল। নলবাৰীত থকা কাল ছোৱাত নলবাৰীৰ বহল সাহিত্যিক-সাংস্কৃতিক সমাজখনৰ লগতো তেখেতে মিলি গৈছিল। অধ্যাপক হোৱাৰ ভেমত ওফন্দি নপৰি কঠোৰ পৰিশ্ৰম কৰি তেতিয়াও ছাৰ অধ্যয়নত ব্ৰতী অছিল। নিজক ভৱিষ্যতে এজন প্ৰথিত যশা পণ্ডিত হিচাবে গঢ় দিয়াৰ মানসেৰেই সম্ভৱতঃ নলবাৰী সংস্কৃত কলেজৰ

তদানীন্তন অধ্যক্ষ বিদগ্ধপণ্ডিত মনোৰঞ্জন শাস্ত্ৰীৰ ওচৰত সংস্কৃতৰ উচ্চস্তৰীয় শিক্ষা গ্ৰহণ কৰিছিল। নলবাৰীত থাকোতেে তেওঁ ডক্তৰেট নাছিল। কিন্তু জীৱনৰ কাঁইটীয়া বাটেৰে খোজ দি ছাৰে পৰিকল্পিত ভাৱেই গবেষণাৰ দিশত আগবাঢ়ি গৈ পি. এইছ. ডি হল, পাছত ডি. লিট উপাধি লবলৈ সক্ষম হৈছিল। আৰু পৰিশেষত আন্তৰ্জাতিক ক্ষেত্ৰতো পণ্ডিতৰ মৰ্য্যদা লাভ কৰিছিল। সেয়েহে এনেহেন নিৰীহ, নিৰহঙ্কাৰ পাণ্ডিতজনৰ যে একালৰ ছাত্ৰ আছিলো কথাটো মনত পৰিলে বৰ গৌৰব বোধ কৰোঁ।

নলবাৰী কলেজত থাকোতে ছাৰে আমাক ইংৰাজী গদ্য পুথিখনত থকা R L Stevenson ৰ El Dorado পাঠটো পঢ়াইছিল। পৰিস্থিতিটো আছিল এনেকুৱা। আই. এ. দ্বিতীয় বাৰ্ষিকৰ শেষৰফালে ইংৰাজীৰ অধ্যাপকদ্বয় কমলেশ্বৰ শৰ্মা আৰু উপেন শৰ্মাই নলবাৰী কলেজ এৰে। আমাৰ ইংৰাজী পাঠ্যক্ৰম শেষ হোৱা নাছিল। ইফালে বাচনি পৰীক্ষাও ওচৰ চাপি আহিছিল। নিৰুপাই হৈ অধ্যক্ষ ত্ৰৈলোক্য গোস্বামী ছাৰে মুকুন্দ মাধৱ শৰ্মা ছাৰক আধৰুৱা পাঠ্যক্ৰম শেষ কৰি দিয়াৰ দায়িত্ব অৰ্পন কৰে। পাঠটো ছাৰে ইমান সুন্দৰকৈ আৰু খোকোজা নলগাকৈ পঢাইছিল যে পাঠটো আমি সবিস্তাৰে বুজি পাইছিলো। ইংৰাজীতোযে ছাৰৰ বিশেষ দখল আছে, সেই বিষয়ে কোনো সন্দেহৰ অৱকাশ নাই। ছাৰেও শেষত নলবাৰী কলেজ এৰে। সম্ভৱতঃ ১৯৫৭ চনত। কিয়নো তৃতীয় বাৰ্ষিকত তেওঁৰ ঠাই পূৰণ কৰিছিল আন এজন প্ৰথিতযশা সংস্কৃত পণ্ডিতে। তেখেতৰ নাম আছিল ক্ষীতিশ পাল। এইজনা চিৰকুমাৰ পণ্ডিতৰো স্নেহাশীষ পাই জীৱন ধন্য হোৱা যেন লাগিছিল। চাকৰি কৰিবলৈ গুচি আহিবলগীয়া হোৱাত বিদায় মাগিব যোৱাৰ পৰত দুঃখ প্ৰকাশ কৰি কৈছিল যে মই যিহেতু শ্ৰেণীত উপস্থিত নাথাকিম, তেখেতে পঢ়ুৱায়ো সুখ নেপাব বাবেই তেখেতে সেই কলেজ এৰি গুচি যাব। আৰু সঁচা-সচিকৈয়ে তেখেত সেই কলেজএৰি গুচি গৈছিল। অৱশ্যে কেতিয়া নেজানিলো।

১৯৫৮ চনত গুৱাহাটীলৈ চাকৰি কৰিব আহিলো। তেতিয়া মুকুন্দ ছাৰ বিশ্ববিদ্যালয়ৰ অধ্যাপক। খা-খবৰ কৰি তেখেতক বাসভৱনত লগ ধৰিলো। তেতিয়া বিবাহিত। বাইদেউৰ লগত মোক চিনাকি কৰি দিছিল। সেই অবধি ছাৰ গুৱাহাটী বিশ্ববিদ্যালয়ত থকা দিনলৈকে মোৰ খুব ঘনিষ্ঠ নহলেও মোটামোটি

যোগাযোগ এটা আছিল আৰু ছাৰৰ মৰম-চেনেহখিনি পাই আছিলো। ছাৰৰ কথামতে এদিন বাইদেউৰ হাতে ৰন্ধা ভাতো খাই আহিছিলো। ১৯৫৯ চনত মই বি এ. পাছ কৰো আৰু স্নাতকোত্তৰ শিক্ষা-লাভৰ প্ৰবল ধাউতি অনুভৱ কৰি ছাৰৰ লগত আলচ কৰোতে ছাৰে চাকৰি বাদ দি সংস্কৃত বিষয়টো পঢ়াৰ পৰামৰ্শ দিয়ে আৰু উচ্চতৰ মাধ্যমিক শিক্ষা আঁচনি শিতানৰ বৃত্তি লোৱাই দিয়াৰ প্ৰতিশ্ৰুতি দিয়ে। ভাইহঁতৰ শিক্ষা-দীক্ষাৰ প্ৰয়োজনতে চাকৰি বাদ দিবলৈ অপৰাগ হেতু চাকৰিত থাকিয়ে প্ৰাপ্য ছুটী লৈ ইংৰাজীৰ এম. এ. ৰ পাঠ্যক্ৰমৰ কিছুমান ক্লাছ কৰি কথমপি এম. এ. ডিগ্ৰী লাভ কৰি বি. বৰুৱা কলেজত অধ্যাপক হওঁ। শৰ্মা ছাৰ আমাৰ কলেজ পৰিচালনা সমিতিৰ সদস্য আছিল বাবে মাজে-মধ্যে ছাৰক লগ পাইছিলো। তেখেতে কেবাবছৰো বিশ্ববিদ্যালয়ৰ স্নাতক পৰীক্ষাৰ মাগুলিক বিষয়া হিচাবে সুখ্যাতিৰে কাৰ্য্যনিৰ্ব্বাহ কৰিছিল। সেই হেতুকে পৰীক্ষাৰ বহী চোৱা আৰু স্ক্ৰুটিনি কৰা আদি কামত ছাৰক সহায় কৰাৰ সৌভাগ্যও হৈছিল। এই বোৰ কাম কৰোতে লক্ষ্য কৰিছিলো ছাৰে যি কোনো কামেই নকৰক কি, কামবোৰ নিয়াৰিকৈ সুসম্পন্ন কৰিছিল। ছাৰে মানুহ চলোৱাৰ সুন্দৰ কিটিপ জানে। কাৰোবাক টান কথা কবলৈ হলেও বৰ কৌশলেৰেহে কয়। সেয়েহে ছাৰক সকলোৱে ভাল পায়। জীৱনত ছাৰে বহু ক্ষেত্ৰতেই কাম কৰিব লগা হৈছে। তেওঁ সকলো ক্ষেত্ৰতে সফল হৈছে আৰু নিজৰ নিকা ভাব-মূৰ্ত্তি উজ্জ্বল কৰি ৰাখিবলৈ সক্ষম হৈছে।

দেশ-বিদেশৰ সভা-সমিতিত যোগদান কৰা, ভিজিটিং প্ৰফেচৰ হৈ যোৱা আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হৈ যোৱা ইত্যাদি কাৰণতে ছাৰ মোৰ পৰা বহুদিন ধৰি দূৰবৰ্ত্তী হৈ আছিল। তেখেতৰ কনিষ্ঠা কন্যা যশোধৰা আৰু তেওঁৰ স্বামী শুভঙ্কৰক অকস্মাতে এদিন লগ পোৱাৰ সূত্ৰে তেওঁলোকৰ পৰা যশোধৰা প্ৰণীত ছাৰৰ জীৱনীখন আৰু টেলিফোন নম্বৰটো পাওঁ। পুনৰ ছাৰৰ কণ্ঠস্বৰ শুনাৰ আৰু স্নেহাশীষ লাভৰ হেঁপাহ প্ৰবল হৈ উঠিল। লগে লগে ফোন দাঙিলো। পুনৰ্বাৰ ছাৰ-বাইদেউই কণ্ঠস্বৰ শুনিলো। মনৰ হেঁপাহ পূৰণ হ'ল। ছাৰৰ জীৱনীখন আগ্ৰহেৰে পঢ়িলো। ছাৰৰ সম্বন্ধে আগতে নজনা বহুত খবৰেই জানিলো। লগতে জানিলো তেখেতৰ ছাত্ৰ তথা গাৰ্হস্থ্যজীৱনৰ আদি ভাগৰ উৎকট জীৱন সংগ্ৰাম। ছাৰলৈ গভীৰ সমবেদনাৰ ভাব উপজিল। লগতে

উপজিল আন এটি ভাব। সঁচাকৈয়ে ছাৰ এজন জীৱন যুদ্ধৰ অজেয় বীৰ। বাইদেউলৈকো শ্ৰদ্ধা উপজিল। সৰ্বদিশতে বাইদেৱে ছাৰক সহায়ৰ হাত আগ নবঢোৱাহেঁতেন, জীৱন যুজত ছাৰ সফল নহ'লহেঁতেন। কৃতজ্ঞতাৰ ভাব উপজিল শুভঙ্কৰ-যশোধৰালৈ। তেওঁলোকে কিতাপখন উপহাৰ নিদিয়াহেঁতেন, ছাৰৰ জীৱনৰ সবিশেষ খা খবৰবো নজনাকৈয়ে বৈ গল হেঁতেন আৰু ছাৰৰ বিষয়ে দুষাৰ কথা লিখাৰ সৌভাগ্যও নহ'লহেঁতেন। সেয়েহ ভাবি বিস্ময়াভিভূত হৈছো ভগৱন্ত প্ৰভুৰ এই 'টেলিপেথিক' সংযোগৰ কথা ভাবি।

পৰিশেষত ছাৰ বাইদেউৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলো।

***

# যাৰ অনুকম্পাত লাভ কৰিলোঁ সাৰস্বতযাত্ৰাৰ অমূল্য পাথেয়

কেশদা মহন্ত

অগ্ৰজপ্ৰতিম ডঃ অশোক কুমাৰ গোস্বামীদেৱৰপৰা তেখেতে হাতত লোৱা এক প্ৰশংসনীয় আৰু অতীৱ বাঞ্ছনীয় প্ৰচেষ্টাৰ শুভসংবাদেৰে এখন পত্ৰ পালোঁ, 'মুকুন্দ মাধৱ শৰ্মা মানুহজন ঃ ভিন্নজনৰ অনুভৱ' শীৰ্ষক প্ৰস্তাৱিত গ্ৰন্থখনিত এই অভাজনকো অংশগ্ৰহণৰ সুযোগ দিছে। ১৯৫৭ চনত তিনিমাহমানৰ কাৰণে জগন্নাথ বৰুৱা মহাবিদ্যালয়ত শিক্ষাগুৰু ৰূপে প্ৰথম সান্নিধ্য লাভ কৰা (ডঃ) মুকুন্দ মাধৱ শৰ্মাদেৱৰ কথা, আজীৱন তেখেতৰ কৃপাধন্য এই লেখিকাই "কৈ থাকোঁ মানে ওৰকে নপৰে" অৱস্থা। ডঃ অশোক গোস্বামীয়ে লিখাৰ দৰে "অনুভূতিশীল পণ্ডিত গৰাকীৰ অভাৱনীয় অনুকম্পা লভি অনেক ছাত্ৰ-ছাত্ৰী....... অনুপ্ৰাণিত হৈছে". এই লেখিকাও সেইসকল ছাত্ৰ-ছাত্ৰীৰ শাাৰীটোতে ঠাই পোৱা এগৰাকী ছাত্ৰী। শিক্ষকতাৰ ক্ষেত্ৰত, লেখাসমূহত যথাযথভাৱে শব্দ চয়ন, শব্দ প্ৰয়োগ আৰু ভাষাৰ ঠাঁচ ব্যৱহাৰৰ ক্ষেত্ৰত মই সেইজনা শিক্ষাগুৰুৰ দ্বাৰা বহুলভাৱে প্ৰভাৱিত। ১৯৫৭ চন মাৰ্চ মাহৰ কোনোবা এটা দিনত জগন্নাথ বৰুৱা কলেজৰ শ্ৰেণীকোঠাত প্ৰথম দিনা শিক্ষাগুৰুৰূপে লাভ কৰা ক্ষণৰে পৰা অদ্য পৰিমিত এই অভাজনে এই জনা শিক্ষাগুৰুৰপৰা দৃশ্যঅদৃশ্য আৰু প্ৰত্যক্ষ-পৰোক্ষ ভাৱে লাভ কৰি আহিছোঁ সাৰস্বত সাধানাত আগবঢ়াৰ অশেষ প্ৰেৰণা।

কলেজত আমাৰ লগত পঢ়া দেৱীচৰণ বৰুৱা উচ্চ বালিকা বিদ্যালয়ৰ

পৰা অহা বান্ধৱীইঁতৰ মুখত শুনিছিলোঁ, তেওঁলোকক অলপদিনৰ কাৰণে হ'লেও স্কুলত ইংৰাজী ভাষাসাহিত্যৰ পাঠদান কৰা 'মুকুন্দ মাধৱ শৰ্মা ছাৰ'ৰ গুণগৰিমা। ছাত্ৰ সমাজৰ অফুৰন্ত শ্ৰদ্ধা লাভ কৰা সেইজন উদীয়মান শিক্ষা গুৰুৰ পাঠদানে মোক প্ৰথমদিনাই শ্ৰদ্ধাৱনত কৰিছিল। শ্ৰেণী আৰম্ভ কৰিয়ে তেখেতে আমাৰ ছাত্ৰ-ছাত্ৰীসকলৰ ভিতৰত 'ৰঘুবংশ'ৰ শ্লোক কাৰ কিমান মুখস্থ আছে সুধিলে। প্ৰথমে উত্তৰ দিবলৈ উঠা মই যেতিয়া এফালৰপৰা (আমাৰ পাঠ্য, কিন্তু সেইদিনাহে প্ৰথম পাঠদান আৰম্ভ হ'বলগীয়া) 'ৰঘুবংশ' মহাকাব্যৰ প্ৰথম সৰ্গৰ শ্লোক বিলাক একাদিক্ৰমে মুখস্থ মাতি গ'লোঁ, ছাৰে "হ'ব, বহাঁ" বুলি কোৱাতো অনিচ্ছাৰে সৈতেহে বহিলোঁ মোৰ কাৰ্যত সন্তুষ্ট হৈ ছাৰে কৈছিল, সংস্কৃত পাঠ্যপুথিৰ শ্লোকসমূহ মুখস্থ থাকিলে আজৰি পৰত যিকোনো সময়তে, যি কোনো ঠাইতে মনত পেলাই তাৰ বিভিন্ন দিশ মনতে অনুশীলন কৰি থাকিব পাৰি। মোৰো উদেশ্য আছিল সেইটোৱেই। প্ৰথমদিনা পোৱা ছাত্ৰীগৰাকীৰ প্ৰতি শ্ৰদ্ধাস্পদ শৰ্মাছাৰৰ সেই যে কৃপাদৃষ্টি নিপতিত হ'ল, হ'লেই আৰু, হয়তো মোৰ জীৱনৰ অন্তিমদিনলৈকে সেই দৃষ্টিৰ অমোঘ জ্যোতিয়ে মোক অনিৰ্বচনীয় প্ৰেৰণামণ্ডিত প্ৰশান্তি দান কৰি থাকিব।

দুদিনমনৰ পাছতে শৰ্মাছাৰ ভোজনৰ বাবে নিমন্ত্ৰিত হৈ তেখেতৰ বাইদেৱেক শ্ৰীযুতা অমিয়া পূজাৰীৰ (অমি বাইদেউৰ) ঘৰলৈ গৈছিল। বাইদেউৰ ঘৰৰ ওচৰতে আমি স্বামী-স্ত্ৰী দুজন থাকো, অনুগ্ৰহপূৰ্বক ভাৰা নিদিয়াকৈ থাকিবলৈ দিয়া এজন গৃহস্থৰ ঘৰ-বাৰী অধিকাৰ কৰি। আমি ওচৰতে থকাৰ কথাটো জানিব পাৰি ছাৰে মোক অমি বাইদেউৰ হতুৱাই তেখেতসকলৰ ঘৰলৈ মতাই নিয়ালে। তাতে শৰ্মাছাৰে মোক 'অৱন্তীসুন্দৰীপৰিণয় কথা' নামৰ মোৰ দুৰ্বোধ্য হৈ থকা পাঠ এটা পানী যেন কৰি ইংৰাজী-অসমীয়া দুয়োটা ভাষাকে প্ৰয়োগ কৰি বুজাই দিলে। সেই সময়ত মই আছিলোঁ স্বামীৰ আদৰ্শ আৰু লক্ষ্যৰ প্ৰতি থকা একাগ্ৰতাৰ সূতাডালতে ওলমি, আৰ্থিকভাবে সদ্যবিধ্বস্ত সংসাৰখনৰ বোজা বৈ ভগ্ন স্বাস্থ্যেৰে টনা আজোৰ কৰি। শ্ৰদ্ধেয় শৰ্মা ছাৰৰ সেইদিনাৰ উৎসাহবাণীয়ে মই সম্ভৱপৰ হ'ব বুলি নভবা ক্ষেত্ৰখনলৈ আগবাঢ়ি যাবৰ কাৰণে পোহৰ দেখুৱাই দিলে। সেয়া আছিল গাৰ্হপত্য অগ্নিৰপৰা যজ্ঞৰ অগ্নিলৈ শিখা কঢ়িয়াই নিয়া জোৰগছৰ সম্ভাৱনাপূৰ্ণ পোহৰৰ ছটা। 'আকাশ দুৱাৰ মুকলি হ'ল' মোৰ

দৃষ্টিপথত।

শৰ্মা ছাৰে আমাক সেই সময়ত কলেজত 'অসমীয়া'ও পঢ়াইছিল। পাৰিবাৰিক আৰু শাৰীৰিক অসুবিধাৰ কাৰণে মই সেই সময়ত বি.এ. মহলাত পঢ়ি থকা মোৰ নিজৰ দাদা এজন, অশোক কুমাৰ গোস্বামী, প্ৰফুল্ল ৰাজগুৰু, মহেন্দ্ৰ বৰঠাকুৰ, মহেশ ভট্ট, চন্দ্ৰ কটকী আৰু বহুজন অগ্ৰজকে শৰ্মাছাৰে পাঠদান কৰা অসমীয়াৰ শ্ৰেণীটোলৈ আগ্ৰহেৰে বাট চাই থকা দেখিছিলোঁ। ময়ো 'মুকুন্দ মাধৱ ছাৰ'ৰ ক্লাছটোৰ লোভ এৰিব নোৱাৰি নিয়মীয়াকৈ উপস্থিত থাকিছিলো। আমাৰ শ্ৰেণীত ছাৰে ৰত্নকান্ত বৰকাকতীৰ 'উৰ্মিলা কবিতাটো পঢ়াই থকাৰ সময়ত ছিৰিয়াছ ছাত্ৰীসকল অভিভূত হৈ পৰিছিল। তেনেটো পৰিৱেশত শ্ৰেণীত কথা পাতি থকা ছাত্ৰ দুজনক আমি মনে মনে ধিক্কাৰ দিছিলোঁ।

সেইদিনকেইটাত মোৰ এনে অনুভৱ হৈছিল, উচ্চ-নিম্ন নিৰ্বিশেষে সকলো স্তৰৰ বুদ্ধিবৃত্তিৰে ছাত্ৰৰ অন্তৰৰ তলি চুই যাব পৰা শিক্ষাকলাত নিষ্ণাত শিক্ষাগুৰুৰ দৃষ্টান্ত মুকুন্দ মাধৱ শৰ্মাছাৰৰ আগতে মই পোৱা নাছিলোঁ, বিশেষৈকৈ ভাষা-সাহিত্যৰ বিষয়ত। আজিকোপতি মোৰ সেই সিদ্ধান্তই বাহাল আছে।

অলপ দিনৰ পাছতে দেশত নিৰ্বাচনৰ উখল-মাখল লাগিল, শ্ৰেণীসমূহ অনিয়মীয়া হ'ল। সম্ভৱতঃ ময়ো নিয়মমতে কলেজলৈ নোযোৱা হ'লোঁ। তেনেকুৱাতে শৰ্মাছাৰ গুৱাহাটী বিশ্ববিদ্যালয়ত নিয়োগ লাভ কৰি আমাৰ কলেজ এৰি গ'লগৈ। এই অভাজন কিন্তু তাৰ পাছতো তেখেতৰ কৃপাৰপৰা বঞ্চিত হ'ব লগীয়া হোৱা নাছিল।

এটি চালুকীয়া সন্তান কোলাত লৈ আৰু বি. এ. টেষ্ট পৰীক্ষাৰ আগে আগে দ্বিতীয়টি সন্তানৰ মাতৃ হ'বলগীয়া মই 'অনাৰ্ছ' থকা সত্ত্বেও নিয়মীয়াকৈ কলেজলৈ যাব পৰা নাছিলোঁ। সেই কথা জানিব পাৰি মোৰ শুভানুধ্যায়ী শিক্ষাগুৰু জনাই 'সিদ্ধান্ত-কৌমুদী'ৰ সূত্ৰ আৰু কাৰিকাসমূহৰ ব্যাখ্যা লিখা, সুন্দৰ হাতৰ আখৰৰ বহী দুখন মোলৈ পঠাই দিলে। পানীত কক্‌বকাই থকা অৱস্থাৰ পৰা যেন মই ত্ৰাণ পালো। সেই সময়ত প্ৰত্যক্ষ ছাত্ৰী নাছিলোঁ। এইজনা শিক্ষাব্ৰতী শিক্ষাসেৱী শিক্ষাগুৰুৰপৰাই মই লাভ কৰিলোঁ আন্তৰিক অনুকম্পা; তাৰ ঋণ শুজিবলৈকে আজিও মই পাৰ্যমানে যত্ন কৰোঁ, সংস্কৃত ব্যাকৰণৰ সূত্ৰ-কাৰিকা সমূহ মনোগ্ৰাহী কৰি বিদ্যাৰ্থীসকলৰ আগত দাঙি ধৰিবলৈ। মোৰ এই ব্যাকৰণ

প্ৰিয়তাৰ কথা মোৰ অন্য এজন শ্ৰদ্ধেয় শিক্ষাগুৰু ডঃ অপূৰ্ব বৰঠাকুৰীয়াদেৱেও জানে, আৰু জানিছিল পণ্ডিত প্ৰবৰ ডঃ যোগীৰাজ বসু মহাশয়ে, ডঃ মালিনী গোস্বামীইঁতেও সেই কথা ক'ব।

বি. এ. পাছ কৰাৰ পাছত মই এবছৰ চাকৰি কৰি নিজাকৈ পঁজা এটিৰ ব্যৱস্থা কৰি শাহু আইৰ হাতত কণমানি দুটা থৈ পাছৰ বছৰতহে এম. এ. পঢ়িবলৈ গৈছিলোঁ। সেই দুঃসাহসো কৰিব পাৰিলোঁ শৰ্মা ছাৰৰ উৎসাহ-উদ্‌গণিৰ বলতহে। আগতে গুৱাহাটী নেদেখা মানুহজনীয়ে শৰ্মাছাৰৰ পৰা যাৱতীয় পৰামৰ্শ গ্ৰহণ কৰিবৰ মনেৰে এদিন ছাৰৰ ঘৰত ওলালোঁগৈ। ছাত্ৰ-ছাত্ৰী সকলৰ প্ৰতি স্নেহশীলা পূজনীয়া বৌমাতৃ শ্ৰীযুতা ইলিমা শৰ্মা (মোৰ সমবয়স্কা) হে পৰিছিল গাৰ্হস্থ্যাশ্ৰমত শৰ্মাছাৰৰ সুযোগ্যা সহধৰ্মিণী। মই তেতিয়া ছাৰৰ ঘৰলৈ যোৱাৰ সময়ত বৌগৰাকী মাতৃগৃহত আছিলগৈ। স্বামী আৰু তিনি বছৰীয়া ল'ৰাটো লৈ বিয়া দিয়া নিজৰ ভনীয়েক এজনীৰ দৰে ঘৰত উপস্থিত হোৱা মোক ছাৰে নিজেই আপ্যায়ন কৰিলে। আমাৰ ল'ৰাটোক নি ছাৰে নিজেই ভাত খুৱাই দিলে। সি মোমায়েক এজনে খুৱাই দিয়া যেন পালে। মই ছাৰৰপৰা দিহা-পৰামৰ্শৰ মেটমৰা ভাৰ এখন বান্ধি লৈ ঘৰমুৱা হ'লোঁ। তাৰ ফলস্বৰূপে আগন্তুক শিক্ষাবৰ্ষত নাম লগাই বিশ্ববিদ্যালয়ত পঢ়িবলৈ যোৱাৰ আগতে মই ঐতৰেয় ব্ৰাহ্মণ, শতপথব্ৰাহ্মণ, হৰ্ষচৰিত, কাদম্বৰী, ভাস্কৰবৰ্মাৰ নিধনপুৰ তাম্ৰলেখ, এলাহাবাদত থকা সমুদ্ৰগুপ্তৰ শিলালেখ ইত্যাদি কিতাপ ৰূপত সংগ্ৰহ কৰিব নোৱাৰা পাঠ্যাংশসমূহ টীকা ভাষ্য সমন্বিতে কপি কৰি ল'লোঁ আৰু লগতে মোৰ এটা আগতীয়া অধ্যয়নো সম্পন্ন হ'ল।

১৯৬১ চনৰ নৱেম্বৰ মাহৰ শেহৰ ফালে গৈ মই বিদ্যাৰ্থীৰূপে বিশ্ববিদ্যালয়ৰ শ্ৰেণীত উপস্থিত হ'লোঁগৈ। সিফালেদি শ্ৰেণী আৰম্ভ হোৱাৰপৰা এপখেক পাৰ হ'ল। টকৌবাৰী সত্ৰত সম্পৰ্কীয় ব্যক্তিৰ ঘৰত থাকি বিশ্ববিদ্যালয়লৈ অহা-যোৱা কৰোঁ। আজিৰ দিনত সেয়া সাধুকথা হ'ল, সেই সময়ত সংস্কৃত বিভাগটো মুকুন্দ মাধৱ শৰ্মাছাৰে চলাই আছে মাত্ৰ এজন সহকাৰী শ্ৰদ্ধেয় (ডঃ) ভবেন্দ্ৰ নাথ হাজৰিকা ছাৰক লৈ। মাত্ৰ ৫০ নম্বৰৰ ভাষাবিজ্ঞানৰ পাঠ্যাংশ পঢ়ুৱায় সুকুমাৰ বিশ্বাস মহাশয়ে। আমি নৱাগত ছাত্ৰসকলে আগৰ বৰ্ষৰ (তেতিয়া ৮ খন পেপাৰ একেলগে পঢ়ি পৰীক্ষাত বহিব লাগে) জ্যেষ্ঠ ছাত্ৰসকলৰ লগত

শ্ৰেণীত মাজতে ধৰি পাঠ গ্ৰহণ কৰিব লগা হৈছিল। কেতিয়াবা তাৰো আগৰ পৰীক্ষাৰ্থী ছাত্ৰ সকলে নুবুজা কথা বুজি ল'বলৈ আমাৰ লগতে শ্ৰেণীত বহেহি। ফলত জ্যোষ্ঠ-কনিষ্ঠৰ মাজত সৌহাৰ্দ্যৰ লগতে শ্ৰেণীৰ পৰিবেশো গুৰু-গম্ভীৰ হৈ থাকে। সেইদৰে শিক্ষাগুৰু, বিশেষকৈ শৰ্মা ছাৰৰ শিক্ষাদানৰ দায়িত্বৰ ভাৰখনো নিশ্চিত ভাৱেই গুৰুৰপৰা গুৰুতৰ হৈ যায়। সেই সময়ত মোৰ এনেহে লাগিছিল যেন মুকুন্দ মাধৱ শৰ্মা নামৰ, (কিজানিবা কোনোজন বিদ্যাৰ্থী তেখেতৰ সমবয়সীয়ায়েই আছিল) অবিৰতভাবে পাঠদান কৰা আচাৰ্যজনে কিবা দৈৱিক প্ৰেৰণাহে লাভ কৰিছে।

সেই সময়ছোৱাত সংস্কৃত বিভাগত 'প্ৰফেচাৰ-ৰীডাৰ'ৰ আসন শূন্য। বৰঠাকুৰীয়া ছাৰক পাছৰটো শিক্ষাবৰ্ষতহে নিযুক্তি দিছে। শৰ্মাছাৰে আমাক পঢ়াইছিল ব্যাকৰণ, ধ্বন্যালোক, কাব্য প্ৰকাশ, ভাষাপৰিচ্ছেদ, অভিলেখ দুখন, প্ৰবোধচন্দ্ৰোদয়, আজি মই তেখেতে কিনো পঢ়োৱা নাছিল, সেই কথা ক'বলৈ গৈ বিমোৰতহে পৰিছোঁ। শৰ্মা ছাৰে একেৰাহে ৩ ঘন্টা পৰ্যন্ত দুটা শিক্ষাবৰ্ষৰ বিদ্যাৰ্থীক শিক্ষা প্ৰদান কৰে, সময় কেতিয়া পাৰ হৈ যায় আমি উমানকে নাপাওঁ, বিমুগ্ধনেত্ৰে চাই থাকোঁ ছাৰৰ প্ৰতিভাদীপ্ত দুটি চকুলৈ। কাণত বৰষি থাকে শুনিলে আমনি নলগা ছাৰৰ বক্তৃতা। এইদৰে সেই সময়ত মুকুন্দ মাধৱ শৰ্মাছাৰে কি উদ্যমেৰে বিভাগীয় নৌকাখনৰ গুৰি বঠা ধৰিছিল, শৰ্মাছাৰৰ ঘৰে-বাহিৰে-কেনে স্থিতি হৈছিল, সেই কথা ভালকৈ ক'ব পাৰিব আমাৰ পূৰ্বসূৰী অশোক গোস্বামীয়েহে।

ঘৰুৱা জঞ্জালৰ বাবে মই একেৰাহে এটা মাহো বিশ্ববিদ্যালয়ত শিক্ষাগ্ৰহণ কৰিবলৈ থাকিব নোৱাৰিছিলোঁ। সঘনাই ঘৰলৈ আহি থাকিব লগীয়া হয়। অহাৰ আগত শৰ্মাছাৰক মই গৈ ঘৰত সাক্ষাৎ কৰি আহোঁ। ছাৰে মোৰ মানস-ইন্দ্ৰিয়ক দি পঠায় এক অমৃত জ্যোতি, যি জ্যোতিৰ বলত মই সেই সময়ৰ সংস্কৃত বিভাগৰ কঠিন পৰিস্থিতিত, সীমিত সা-সুবিধাৰ মাজতে কেৱল শিক্ষাজীৱনৰে নহয়, সাৰস্বত জীৱনযাত্ৰাৰ পথত, পৰোক্ষ ভাবে সংসাৰ যাত্ৰাৰ পথতো বাট-কেৰা লগাবলগীয়া হোৱা নাই।

শৰ্মাছাৰৰ তত্ত্বাৱধানতে মাজসময়তে মই হোষ্টেলত এটা সুবিধাযুক্ত চীট পালোঁ। চিৰকালেই ৰোগপীড়িত মই, হোষ্টেলত অসুস্থ হৈ পৰিলে শৰ্মাছাৰৰ

দিহামতে (ছাৰৰ পত্নী) মোৰ চিৰচেনেহী 'বুলি বৌ'ৱে মোলৈ পথ্য আহাৰ পঠিয়াই দিয়ে, লগত সুস্বাদু বিবিধ আচাৰ, পদিনাৰ ছাট্‌নি আৰু কিবাকিবি। কিমাসাজ বৌগৰাকীৰ মৰম সনা ভাত মই পূজনীয় শৰ্মাছাৰৰ লগত একেলগে খাবলৈ পাইছিলোঁ। খোৱা-পাতত বহিও শৰ্মাছাৰে অনৰ্গল মোক শিক্ষাসদী কথা কৈ থাকে।

এদিন 'বুলি বৌ'ৱে এখন জুতি লগা বিশেষ মাছৰ আঞ্জা ৰান্ধি মোকো ভাত খাবলৈ ৰাখিলে। খাই থকাৰ সময়ত ছাৰে মোক কথা কৈ কৈ সেই আঞ্জালৈ মনকে নকৰি খোৱা সামৰিলে। দুবাৰমান মই ছাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিলোঁ যদিও পাছত ভয়তে মনে-মনে থাকিলোঁ। সেইটো বৌগৰাকীৰ কাৰণে স্বাভাৱিকতেই অভিমানৰ কাৰণ হৈছিল। সেইদিনাৰ আঞ্জাখনৰ সোৱাদ আজিও মই সোঁৱৰণ কৰোঁ। আজি বাৰু কোন শিক্ষাজীৱীয়ে বিদ্যাৰ্থীক সেইদৰে বিদ্যাদান কৰাৰ কথা ভাবিব পাৰিব?

'গৈ থাকা, পাৰিবা, পাৰিবা'— এই নীতিৰে শৰ্মাছাৰে ছাত্ৰসকলক কেৱল বিদ্যা অৰ্জনৰ ক্ষেত্ৰতে নহয় জীৱনৰ অন্য ক্ষেত্ৰতো আগবাঢ়ি যাবলৈ প্ৰেৰণা যোগায়, তেওঁলোকৰ আত্মপ্ৰত্যয় জগাই তোলে। মোৰ ব্যক্তিগত ক্ষেত্ৰৰপৰা তেনে এটা উদাহৰণ দি মোৰ 'ওৰকে নপৰা কথা'ৰ সামৰণিমাৰিব খুজিছোঁ। আজিৰ পৰা তিনি দশকৰো আগতে (নতুন সংযোজনাৰে সৈতে পিছতো দুটা সংস্কৰণ প্ৰকাশ পোৱা) 'কালিদাসৰ সাহিত্য' নামৰ প্ৰবন্ধ সংকলনটোত 'অৱতৰণিকা' শিতানত ড° মুকুন্দ মাধৱ শৰ্মা ছাৰে এই অভাজন মোৰ 'অল্পগুণ বিস্তৰ' কৰি উৎসাহিত কৰিছিল— "প্ৰবন্ধকেইটি পঢ়ি লেখিকাৰ গভীৰ পাণ্ডিত্য আৰু ব্যাপক অধ্যয়নৰ উপৰিও কালিদাসৰ অনুভূতিৰাজিক সহানুভূতি আৰু গভীৰ সহৃদয়তাৰে হৃদয়ংগম কৰিব পৰা ক্ষমতাৰ বিষয়ে আমাৰ প্ৰত্যয় জন্মিছে।" ফুল নুফুলাকৈয়ে ফলৰ উদয় হোৱা মোৰ আচাৰ্যজনৰ এই আশীৰ্বাদ সাৰ্থক কৰি ফুল ফুলোৱাৰ যত্নত প্ৰবৃত্ত হৈ মই যথাশক্তি 'কালিদাসৰ সাহিত্য'ৰ মাণিক বোটলাত আত্মনিয়োগ কৰি আছোঁ। অলপতে "অসম প্ৰকাশন পৰিষদ'ৰ পৰা প্ৰকাশিত 'ৰঘুবংশ'ৰ অনুবাদত মোৰ চিৰপূজনীয় শিক্ষাগুৰুজনাৰএই আশীৰ্বাদৰ কথা শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। যিজন আচাৰ্যই কেৱল ভাল ছাত্ৰকে উলিওৱা নাই, প্ৰকৃতাৰ্থত 'মানুহ' গঢ়াত সদা নিৰত হৈ আছে, সেইজনা গুৰুৰ চৰণত চিৰ প্ৰণতা এই লেখিকা।

# শ্ৰদ্ধেয় শৰ্মাছাৰক মই যি দৰে পালোঁ

মৈত্ৰেয়ী বৰা

আমাৰ পৰম শ্ৰদ্ধেয় শিক্ষাগুৰু অধ্যাপক মুকুন্দ মাধৱ শৰ্মা ছাৰৰ বিষয়ে প্ৰথম শুনিবলৈ পাইছিলো যাঠিৰ দশকৰ শেষৰ ফালে শ্বিলঙৰ কলেজত পঢ়ি থাকোতে। মই সংস্কৃত বিষয়ত অনাৰ্ছ লৈ শ্বিলঙৰ লেডিকিন গাৰ্লছ্ কলেজত বি. এ. পঢ়ি থাকোতে আমাৰ অধ্যাপিকা ড° উমা চক্ৰৱৰ্ত্তী বাইদেৱে এদিন কথা প্ৰসঙ্গত কৈছিল, 'বি. এ. পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত গুৱাহাটী বিশ্ববিদ্যালয়ত এম. এ. পঢ়িবলৈ গ'লে অধ্যাপক ড° মুকুন্দ মাধৱ শৰ্মাক শিক্ষকৰূপে পোৱাৰ সৌভাগ্য হ'ব। এই গৰাকী সংস্কৃতজ্ঞ পণ্ডিতে ছাত্ৰ-ছাত্ৰীসকলক অতিশয় আন্তৰিকতাৰে পঢ়ায়।'

১৯৬৭ চনৰ শেষৰ ফালে সংস্কৃতত অনাৰ্ছৰ সৈতে বি. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ এম. এ. পঢ়িবৰ বাবে বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত নাম লগালো। শৰ্মা ছাৰৰ সৈতে আমাৰ প্ৰথম ক্লাছটো আছিল উত্তৰ বৰ্ষৰ সৈতে এটি যুটীয়া ক্লাছ। এম. এ. পাঠ্যক্ৰমৰ পুনৰীক্ষণ হোৱা হেতুকে প্ৰাৰম্ভিক আৰু উত্তৰবৰ্ষৰ কিছু পাঠ্য একে হোৱাত যুটীয়া ক্লাছৰ ব্যৱস্থা কৰা হৈছিল। যথাসময়ত শৰ্মা ছাৰ আহি ক্লাছত সোমাল। 'ৰোল কল' হৈ যোৱাৰ পাছত গম পালো তেখেতে আমাক মহাকবি কালিদাসৰ 'মেঘদূত' নামৰ খণ্ডকাব্যখন পঢ়াব। কিন্তু পাঠ আৰম্ভ কৰাৰ আগতে আমাৰ এটা সৰু পৰীক্ষা ল'ব। ছাৰে স্নাতক শ্ৰেণীৰ

পাঠ্যক্রমৰ অন্তৰ্ভূক্ত কালিদাসৰ ৰচনাৰ পৰা আমাৰ ভাল লগা যি কোনো এটা শ্লোক বাচিলৈ সেই শ্লোকৰ ওপৰত সমালোচনাত্মক টোকা লিখিবলৈ দিলে। টোকাটো তেতিয়াই ক্লাছতে বহি লিখিব লাগিব। আমি আটায়ে আমাৰ তেতিয়ালৈকে অৰ্জ্জন কৰা বিদ্যা-বুদ্ধিৰে যি যেনেকৈ পাৰো লিখি ছাৰৰ ওচৰত লেখাবোৰ জমা দিলো। আমাৰ মনত তেতিয়া ভয় আৰু উৎকণ্ঠা। ছাৰে বা আমাৰ লিখাবোৰ পঢ়ি কি কয় ? দুদিন পাছত ছাৰে আমাৰ লেখাবোৰ বিলাই দিলে। ছাৰে প্ৰতিখিলা কাগজ পুঙ্খানুপুঙ্খকৈ চাই কাষত মন্তব্য লিখি দিছে। আমাৰ সকলো ত্ৰুটি আঙুলিয়াই দিলে। লগতে আমাৰ প্ৰচেষ্টাৰ শলাগো লৈছে। মোৰ লেখাটোৰ কাষত তেখেতে লিখি দিয়া মন্তব্যখিনিৰ পৰা মই বুজিলো সমালোচনামূলক টোকা লিখিব পৰা জ্ঞান মোৰ তেতিয়াও হোৱা নাই। ছাৰে সেই দিনাখনৰ ক্লাছত সংস্কৃত কাব্যৰ সমালোচনা কিদৰে লিখিব লাগে, তাত কি কি দিশ সামৰি ল'ব লাগে, এনেধৰণৰ লিখনিৰ বাবে সংস্কৃত সাহিত্যৰ বিষয়ে কেনে ধৰণৰ জ্ঞান থকা প্ৰয়োজন ইত্যাদি কথা বহলাই আলোচনা কৰিলে। এনে ধৰণে আকস্মিক পৰীক্ষাৰ যোগেদি ছাৰে পাঠ আৰম্ভ কৰাৰ আগতে আমাক টুকুৰীয়াই চালে— সংস্কৃত ভাষা-সাহিত্যৰ ছাত্ৰ-ছাত্ৰী ৰূপে আমিনো কোনটো স্তৰ পাইছোহি। তেখেতে আমাৰ উপকাৰত অহাকৈ, আমাৰ বিদ্যা-বুদ্ধি অনুযায়ী আমি গ্ৰহণ কৰিব পৰাকৈ পাঠদান কৰিব। এইখিনিতে মনত পৰিছে ১৯৭৯ চনত যেতিয়া শিক্ষয়িত্ৰীৰূপে এই সংস্কৃত বিভাগত যোগ দিলো তেতিয়া এদিন ছাৰে কৈছিল 'মৈত্ৰেয়ী ! ছাত্ৰ-ছাত্ৰীসকলক সহানুভূতিৰ সৈতে পঢ়াবাঁ।'

শৰ্মা ছাৰে 'মেঘদূত' পঢ়াবলৈ আৰম্ভ কৰিলে আৰু আমাৰ সমুখত সংস্কৃত সাহিত্যৰ জগতখনৰ এখন নতুন দুৱাৰ মুকলি হোৱা যেন হ'ল। ছাৰৰ পৰা শিক্ষা গ্ৰহণ কৰাৰ এয়ে আৰম্ভণী। সংস্কৃত কাব্যৰ একোটা বাক্য কিমান অৰ্থবহ হ'ব পাৰে, একো একোটা অৰ্থালংকাৰে কিদৰে শ্লোকৰ কাব্যিক আবেদন ফুটাই তোলে, ছন্দ আৰু শব্দালংকাৰে কেনেকৈ কাব্যৰ auditory aspect আকৰ্ষণীয় কৰি তোলে আদিকে ধৰি নানা কথা তেখেতে সাবলীল ভাষাৰে আমাক বুজাই গৈছিল। কেতিয়াবা এঘণ্টীয়া ক্লাছটোত মেঘদূতৰ এটামান শ্লোকহে পঢ়োৱা হৈছিল। কিন্তু এই এঘণ্টা সময় বৰ সোনকালে পাৰহৈ যোৱা যেন লাগিছিল।

আমি হোষ্টেলত থকা ছাত্ৰী কেইগৰাকীমান মাজে সময়ে আবেলি পৰত নাইবা বন্ধৰ দিনত বিশ্ববিদ্যালয়ৰ চৌহদত থকা শৰ্মা ছাৰৰ ঘৰলৈ গৈছিলো। ছাৰ আৰু বাইদেৱে আমাৰ ভাল-বেয়া, সুবিধা-অসুবিধাৰ খবৰ লৈছিল। আমাৰ চলন-ফুৰণতো তেখেতসকলে চকু ৰাখিছিল আৰু দোষ ত্ৰুটি দেখা পালে আঙুলিয়াই দিছিল। পিতৃ-মাতৃৰ পৰা আতৰত থকা আমাৰ বাবে তেখেতসকল অভিভাৱক স্বৰূপ হৈ আছিল। আমাৰ এগৰাকী হোষ্টেলত থকা সহপাঠিনীয়ে কিছুদিন হোষ্টেলৰে আন কেইগৰাকীমান ছোৱালীৰ লগ লৈছিল। ছাৰে এদিন তেওঁক মাতি নি ক'লে 'তুকি সেই সঙ্গ ন'লবা।'

উত্তৰবৰ্ষত মই বিশেষ বিষয়ৰূপে বেদ পঢ়িবলৈ লোৱা বাবে শৰ্মাছাৰৰ ক্লাছ কৰিবলৈ পোৱা নাছিলো। কিন্তু সংস্কৃত সাহিত্য বিশ্লষণ কৰি চোৱাৰ যি এক বিশেষ দৃষ্টিভঙ্গী ইতিমধ্যে ছাৰৰ পৰা আয়ত্ত কৰিছিলো, সেই দৃষ্টিভঙ্গীয়ে বেদৰ মন্ত্ৰসমূহৰ তাৎপৰ্য বুজাত মোক যথেষ্ট সহায় কৰিছিল। পাছৰ কালত শৰ্মাছাৰৰ তত্ত্বাৱধানত পি. এইচ. ডি. ডিগ্ৰীৰ বাবে গৱেষণা কৰোতেও এই কথাই মোক বিশেষ ভাবে সহায় কৰিছিল।

মোৰ গবেষণাৰ বিষয় বাচনি শৰ্মাছাৰেই কৰি দিছিল। অৱশ্যে এই বিষয়ে তেখেতে মোৰ মতামত নোলোৱাকৈ থকা নাছিল। ছাৰে বাচি দিয়া মতে মই প্ৰখ্যাত বেদভাষ্যকাৰ আচাৰ্য সায়ণৰ 'সামৱেদভাষ্যোপক্ৰমণিকা' খনৰ ইংৰাজী ভাঙনিৰ লগতে এটি critical exposition লিখি উলিওৱাৰ প্ৰস্তুতি আৰম্ভ কৰিলো। শৰ্মাছাৰ মূলতঃ সংস্কৃত সাহিত্যৰ গৱেষক পণ্ডিত। পি. এইচ. ডিৰ বাবে বাচি লোৱা গ্ৰন্থখনৰ বিষয়বস্তু সম্পূৰ্ণৰূপে বেদ সম্পৰ্কীয়। সংস্কৃত আৰু বৈদিক সাহিত্যৰ মাজতে ভাষাগত আৰু বিষয়বস্তুগত যথেষ্ট পাৰ্থক্য আছে। তথাপি ছাৰে তেখেতৰ স্বভাৱ সুলভ দক্ষতাৰে মোৰ গৱেষণাৰ তত্ত্বাবধান কৰি গ'ল। সামবেদখন বৈদিক সঙ্গীতৰ বেদ। বৈদিক সঙ্গীতৰ সৈতে ইয়াৰ আগতে মোৰ কোনো পৰিচয় নাছিল। আনহাতে সায়ণাচাৰ্যই তেওঁৰ উপক্ৰমনিকাখন লিখিছে জৈমিনিৰ পূৰ্বমীমাংসা দৰ্শনৰ ভিত্তিত। পূৰ্বমীমাংসা দৰ্শনো মোৰ বাবে এক প্ৰকাৰ নতুনেই আছিল। গতিকে বৈদিক সঙ্গীতৰ খুটি-নাটি সকলো কথা জনাৰ আৱশ্যক হ'ল। লগতে সায়ণাচাৰ্যই উপক্ৰমণিকাখনত ব্যৱহাৰ কৰা জৈমিনিৰ সূত্ৰবিলাকৰ তাৎপৰ্য বুজিবৰ বাবে কেইবাখনো যথেষ্ট কঠিন প্ৰাসঙ্গিক

গ্ৰন্থ পঢ়িব লগীয়া হ'ল, বুজিব লগীয়া হ'ল। তদুপৰি উপক্ৰমণিকাৰ ভাষা যথেষ্ট কঠিন হোৱা হেতুকে তাৰ ইংৰাজী ভাঙনি কৰোতেও ভালেখিনি কষ্ট কৰিব,গীয়া হৈছিল, গৱেষণা গ্ৰন্থখন লিখি উলিয়াওতে মানি চলিব লগীয়া সকলো নীতি-নিয়ম, research methodologyৰ সমস্ত খুটি-নাটি কথা শৰ্মাছাৰে এৰোখিলা কাগজত পৰিপাটীকৈ লিখি দিছিল। লিখনিত সাধাৰণ ধৰণৰ খুঁত থাকি যোৱাটোও ছাৰৰ অতি অপছন্দ আছিল। ছাৰৰ সুদক্ষ তত্ত্বাৱধানত গবেষণাৰ কাম এদিন শেষ হ'ল আৰু মই যথা সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি ডিগ্ৰী পালো।

মই এম. এ. পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ প্ৰায় আঠ বছৰ পাছত ১৯৭৯ চনৰ জানুৱাৰী মাহত গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত প্ৰবক্তাৰূপে যোগ দিওঁ। এমাহমান পাঠ হৈ যোৱাৰ পাছত এদিন শৰ্মা ছাৰে ক'লে 'তুমি বৰ ভাল পঢ়াইছা মৈত্ৰেয়ী !' মই প্ৰাৰম্ভিকবৰ্ষত যাস্কৰ নিৰুক্ত পঢ়াইছিলো। এইখন Vedic etymology বিষয়ক গ্ৰন্থ। উত্তৰবৰ্ষৰ বেদশাখাত পঢ়াইছিলো পাৰস্কৰগৃহ্যসূত্ৰ। বিশ্ববিদ্যালয়ত শিক্ষয়িত্ৰীৰূপে যোগ দিয়াৰ আগলৈকে মই ক'তো শিক্ষকতা কৰি পোৱা নাছিলো। এনে স্থলত মাত্ৰ এমাহমানতে 'বৰ ভাল পঢ়োৱা' যে মোৰ পক্ষে সম্ভৱ হৈ উঠা নাই সেই কথা মই ভালদৰেই বুজিছিলো। তথাপি ছাৰে নো কিয় সকলোৰে সন্মুখত এনেদৰে মোৰ প্ৰশংসা কৰিলে ! দৰাচলতে শৰ্মাছাৰে এনে প্ৰশংসাৰে মোক উৎসাহ যোগাইছিল। মোৰ মনত তেখেতে দৃঢ় আত্মপ্ৰত্যয় জগাবলৈ যত্ন কৰিছিল যাতে মই সচা অৰ্থত ভালদৰে পঢ়াব পাৰো। এনে এজনে প্ৰাতঃ স্মৰণীয় প্ৰাচ্যতত্ত্ববিদ গৱেষক পণ্ডিত ব্যক্তিক স্নেহশীল শিক্ষাগুৰু আৰু পথ প্ৰদৰ্শকৰূপে লাভ কৰাটো মই মোৰ প্ৰতি পৰমেশ্বৰৰ অশেষ কৃপা বুলি ভাবোঁ।

আজি প্ৰায় সাতত্ৰিছ বছৰ ধৰি শৰ্মাছাৰক নানা পৰিস্থিতিত নানা ধৰণে পাই আহিছো। তেখেত মোৰ মা-দেউতা আৰু মোৰ স্বামী আৰু কন্যাৰ সৈতে আমাৰ সৰু পৰিয়ালটোৰ সুখ-দুখৰ সমভাগী হৈছে। মোৰ দুয়োজন ভাইৰ অকালমৃত্যুৰ সেই ভয়ানক দিনবোৰত মোক সাহস দিছে। দূৰ বিদেশত সৰু ভাইজন হঠাতে ঢুকাই থকাৰ মাত্ৰ সাতমাহ পাছতে যেতিয়া ডাঙৰজনেও দুদিনৰ অসুখত বিদায় ললে, সেই সময়ত মই যাতে ভাগি নপৰো তাৰ বাবে ছাৰে

মোক আকাশবাণীৰ সংস্কৃত শিক্ষাৰ পাঠদানৰ দীঘলীয়া কামত ব্যস্ত কৰি দিলে। ছাৰে আমাৰ একমাত্ৰ সন্তানৰ পঢ়া-শুনাৰ কৃতিত্বত সদায় অনাবিল আনন্দ প্ৰকাশ কৰিছে। তাইৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধিৰ বাবে আশীৰ্বাদ দিছে।

মোৰ জীৱনৰ দিশ নিৰ্ণয় কৰাত মোৰ মা-দেউতা আৰু স্বামীৰ লগতে শৰ্মা ছাৰে এক বিশেষ ভূমিকা লৈছে। বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা গ্ৰহণৰ প্ৰাৰম্ভত গৱেষণা কৰি থকা কালত আৰু শিক্ষয়িত্ৰী জীৱনৰো আৰম্ভনীত ছাৰ এক প্ৰকাৰ দিক্ নিৰ্ণায়ক হৈ আছিল। এই উপলব্ধিয়ে তেখেতৰ প্ৰতি মোক চিৰকৃতজ্ঞ কৰি ৰাখিছে। মোৰ চিৰনমস্য শিক্ষাগুৰুজনাক তেখেতৰ পৰিয়ালবৰ্গৰ সৈতে পৰমেশ্বৰে যেন সকলো প্ৰকাৰে কুশলে ৰাখে এয়ে তেওঁৰ ওচৰত মোৰ একান্ত প্ৰাৰ্থনা।

***

# মকু দাদাৰ পৰা মুকুন্দ মাধৱ শৰ্মা ছাৰলৈ

**বীণাদেৱী গোস্বামী**

পৰম আৰাধ্য গুৰুদেৱ মুকুন্দ মাধৱ শৰ্মা ছাৰৰ সৈতে মোৰ ব্যক্তিগত সম্বন্ধৰ উত্তৰণ সৰু-সুৰা হ'লেও এক ইতিহাস।

চাকৰিসূত্রে শৰ্মা ছাৰৰ দেউতাক প্রয়াত ৰুচিনাৰায়ণ শৰ্মাদেৱ যোৰহাটৰ পৰা নমাইল দূৰত অৱস্থিত কাকজানত কিছুদিনৰ বাবে আছিল গৈ, তেখেত বৃত্তিত আছিল ডাক্তৰ। সেই সময়ত মোৰ পিতৃ প্রয়াত গোলাপ চন্দ্র ঠাকুৰ কাকজান হাইস্কুলৰ হেডমাষ্টৰ আছিল। সেইবাবে মোৰ পিতৃও শৰ্মাছাৰৰ দৰে এজন আদৰ্শ ছাত্রৰ শিক্ষক হোৱাৰ গৌৰৱৰ অধিকাৰী হৈছিল। ডাক্তৰৰ আবাসগৃহ আমাৰ ঘৰৰ প্রায় ওচৰা-ওচৰি আছিল। আমাৰ দুয়োটা পৰিয়ালৰ মাজত এক ঘৰুৱা সম্পৰ্ক গঢ়ি উঠিল। নিজৰ পৰিয়ালৰ আৰু সম্পৰ্কীয়সকলে শৰ্মাছাৰক মকু বুলি মাতিছিল, আমাৰ দেউতা-মাৰ মুখত মকু, দাদাৰ মুখত-মকুদা সম্বোধন শুনি ময়ো ছাৰক সেই সময়ত 'মকুদা' হিচাপেও লৈছিলো, অৱশ্যে তেতিয়ালৈকে ছাৰক দেখা পোৱাৰ সুযোগ পোৱা নাছিলো, কাকজানৰ মৌজাদাৰ প্রয়াত লক্ষ্মীনাৰায়ণ শৰ্মা আছিল ছাৰৰ সৰু খুড়া। খুড়াকৰ ঘৰত বাৰ্ষিক লক্ষ্মীপূজা হয়। কোনোবা এবাৰ লক্ষ্মী পূজাত তেতিয়াৰ মকুদাদা খুড়াকৰ ঘৰত আছিল। মা-দেউতাৰ মুখত নামটো শুনি থকা কাৰণে চাবৰ অদম্য হেপাহ মনতে পুহি ৰাখিছিলো। মকুদাদা আৰু গীতা বাইদেউৱে (* তুলসী নাৰায়ণ শৰ্মা দেৱৰ কন্যা) দুয়ো একেলগে খুড়াকৰ ঘৰত সন্ধিয়া গীতা পাঠ কৰি আছিল আৰু সেই সময়তে লুকাই-চুৰকৈ মকুদাদাক চাইছিলো, এয়া আছিল মোৰ ছাৰৰ প্রথম দৰ্শন।

যি কি নহওক, দিন বাগৰি গ'ল, দিনৰ পাছত মাহ, মাহৰ পাছত বছৰ। আমাৰ ঘৰখনত বহুতো পৰিবৰ্তন ঘটিল। নটা ল'ৰা-ছোৱালী এৰি মাৰ অকাল মৃত্যু হ'ল, দেউতা ভাগি পৰিল, দুঃখে কষ্টে পঢ়ি ময়ো স্নাতক হ'লো, ঘৰৰ পৰিস্থিতিৰ বাবে এম. এ. পঢ়াৰ কথা সপোনতো ভাবিব পৰা নাছিলো।

দুটা সৰু ভাই-ভনী, মাৰ মৃত্যুত ভাগি পৰা পিতৃ আৰু ঘৰৰ দায়িত্ব, তথাপি জানো ক'ৰ পৰা সাহস গোটালো ক'ব নোৱাৰো। মাৰ ইচ্ছা আছিল সংস্কৃতত এটা ল'ৰা বা ছোৱালী পঢ়ুৱাৰ, দেউতাও আছিল বাৰানসী (বেনাৰছ) ৰ পৰা সংস্কৃত লৈয়ে স্নাতক আৰু সংস্কৃত ভাষাৰ প্ৰতি অতি শ্ৰদ্ধাশীল। সেয়ে, তেনে মানসিক অৱস্থাত, আৰ্থিক অনাটনৰ মাজতো দেউতাই মোৰ ইচ্ছাত বাধা নিদিলে, মই গুৱাহাটী বিশ্ববিদ্যালয় পালেহি (১৯৬৭ চন)। তেতিয়াৰে পৰা এসময়ৰ মকুদাদা মোৰ বাবে শৰ্মাছাৰ হৈ পৰিল। শৰ্মাছাৰক ভালকৈ জনাব, সান্নিধ্য আৰু অনুগ্ৰহেৰে ধন্য হোৱাৰ এক অধ্যায় আৰম্ভ হ'ল।

পঢ়িবলৈ আহিলো, হোষ্টেলত প্ৰথম অৱস্থাত 'ছিট' পোৱা নাছিলো, বহু দিন ছাত্ৰী-নিবাস এটাত 'আলহী'হৈ থাকিব লগা হৈছিল। আমি পঢ়া অৱস্থাত ছাৰ আছিল সংস্কৃত বিভাগৰ মুৰব্বী, ইমান ডাঙৰ পণ্ডিত হৈ ছাৰে মোৰ আৰু মোৰ বান্ধৱী ছাত্ৰী এগৰাকীৰ ছিটৰ কাৰণে কাক যে নকৈছিল, গুৰুৰ অনুগ্ৰহত ছিটটো হ'লগৈ।

প্ৰায়েই আবেলি বান্ধবীৰ সৈতে আহি শৰ্মাছাৰৰ ৩২ নম্বৰ কোৱাৰ্টাৰৰ আগফালে চিৰিত আমি বহোঁ। ছাৰে আঠুতে বহী এখন লৈ কিবা লিখি থাকে আৰু মাজে মাজে দুই এটা কথা আমাক সুধি থাকে। বিশ্ববিদ্যালয়লৈ অহাৰ দুদিনমান পাছতেই শৰ্মাছাৰৰ ঘৰলৈ আহোতে ছাৰে সোধা কথা কেইটামানে আজিও মোৰ হিয়াত টুকুৰিয়াই থাকে, 'বাইদেউৰ কাণ থকা গিলাছটো আৰু অন্নপ্ৰাশন লিখা গিলাছটো আছেনে? একেবাৰে চিকচিকাই থাকে।' প্ৰথমে মই তভক মানিছিলো যদিও মনত পৰি গ'ল আমাৰ মাৰ এটা কাণ থকা আৰু এটা 'অন্নপ্ৰাশন' লিখা গিলাছ আছিল। মা সংসাৰৰ পৰা আতৰি যোৱাত ইমান বছৰৰ পাছতো যেন সেই গিলাছ দুটাকে 'প্ৰতীক' কৰি ছাৰে মাক সুঁৱৰিছে, শৰ্মা ছাৰ যে এজন সূক্ষ্ম অনুভূতি থকা লোক তাৰ পৰিচয় ইয়াতকৈ আৰু কি হ'ব পাৰে।

শৰ্মা ছাৰ এজন সৌন্দৰ্য প্ৰিয় ব্যক্তি, কোনোবা ধুনীয়াকৈ থাকিলে, সাজপাৰ ধুনীয়াকৈ কৰিলে ছাৰে বৰভাল পায়। সৌন্দৰ্যৰ কথা ক'বলৈ ছাৰে

দ্বিধাবোধ নকৰে। মানসিকভাৱে আনক সবল কৰাটো শৰ্মা ছাৰৰ এক বিশেষ গুণ।

শৰ্মা ছাৰ এজন বিচিত্ৰ ৰুচিসম্পন্ন ব্যক্তি। বিশ্ববিদ্যালয়ত পঢ়ি থকা দিন কেইটাত ছাৰক যে কি কৰা নেদেখিছিলো। ছাৰৰ মনত কামৰ ডাঙৰ-সৰু নাই, সকলো সমান। বাৰীৰ কবি পুলিখিনি বিনাকষ্টে আগবাঢ়িবৰ বাবে নিয়মিত খুছৰিছিল, নিয়মিত ঘৰৰ মকৰাজালো গুচাইছিল। এই কামবোৰ ছাৰে কৰিছিল বাধ্যত পৰি নহয়, ভাল পাইহে।

গভীৰ শাস্ত্ৰীয় তত্ত্বৰাশিৰ চৰ্চা কৰি থকা মহান পণ্ডিত গৰাকীৰ কিন্তু অন্তৰ খন আছিল অতি ঠুনুকা। কোনো এখন চিনেমাত এটা দুঃখ লগা দৃশ্য দেখিলে শৰ্মা ছাৰৰ অন্তৰে কান্দি উঠে। তাকে শৰ্মা ছাৰৰ পত্নী (ইলিমা শৰ্মা) 'বাইদেউৱে' সৰু ছোৱালী দৰে হাঁহি দিয়ে হেনো। এয়া ছাৰ-বাইদেউৰ বৈবাহিক জীৱনৰ প্ৰাৰম্ভতে মোৰ স্বামী আৰু ছাৰৰ ভ্ৰাতৃ সম শিষ্য অশোক কুমাৰ গোস্বামীৰ চাক্ষুষ অভিজ্ঞতা।

শৰ্মা ছাৰৰ ঘৰখন আছিল মোৰ এক অনুপ্ৰেৰণাৰ উৎস। মহীয়সী মাতৃ, গৃহলক্ষ্মী পত্নী আৰু তিনিগৰাকী সুকন্যা। প্ৰত্যেকেই যে একোটা ব্যতিক্ৰমী চৰিত্ৰ। ছাৰৰ মাকক মই ৰৰবৌ বুলি মাতিছিলো কেনেবাকৈ ৰৰবৌয়ে মোৰ কথাত গম পালে মই ৰহৰ দাইল খাই ভাল পাওঁ। সেয়ে ছাৰৰ ঘৰত ৰহৰ দাইল ৰান্ধিলে অকনমান মোলৈ থৈ দিয়ে। এটা কথা মই জীৱনত নাপাহৰো, এদিন শৰ্মা ছাৰৰ ঘৰত ভাত-পানী খাই ৰাতি আছিলো, শৰ্মা ছাৰে মই শোৱা বিছনাৰ আঠুৱাখনো খুচি দিছিল। এই মৰম-আদৰ মই বিয়াৰ আগত দেউতাৰ বাহিৰে দ্বিতীয় জন ব্যক্তিৰ পৰা পোৱা নাছিলো।

ছাৰৰ ঘৰৰ সংস্পৰ্শলৈ অহাৰ পৰাই ছাৰৰ ক্ষেত্ৰত এটা কথা লক্ষ্য কৰিছিলো, ল'ৰা-ছোৱালী এহালৰ বিয়া বাৰু পাতি দিয়াটো যেন এক জাগতিক কৰ্তব্য, ছাৰে এই কাৰ্য কৰি তৃপ্তি পোৱা যেন লাগে, এই কামত ছাৰে পূৰ্ণ সহযোগ পাইছিল (বুলি) বাইদেউৰ পৰাও। মুখেৰে কাকো মৰম-চেনেহ নেদেখুৱা বুলি বাইদেউৰ এখন মৰমভৰা হৃদয় আছে। অতি উদাৰ মনৰ বাইদেউৱে পৰ আপোন চিনি নেপায় যেন লাগে, শৰ্মা ছাৰে পত্নীক মৰ্যাদা আৰু মূল্য দিয়ে। বাইদেউৰ কথা যেন ছাৰৰ বাবে এক 'লক্ষ্মণ ৰেখা'।

শৰ্মা ছাৰ আৰু বুলি বাইদেউৱে আমাৰ বিয়া ঠিক কৰি দিছিল (মোৰ আৰু ডঃ অশোক কুমাৰ গোস্বামীৰ), যেন পিতৃ-মাতৃৰ দায়িত্বহে পালন কৰিছিল,

দেউতা আৰু শহুৰ দেউতাই কেৱল আনুষ্ঠানিক কাৰ্যহে সমাধা কৰিলে। কেৱল আমাৰে নহয়, কেবাযোৰা দম্পতীয়ে সংসাৰ কৰি সুখৰ জীৱন-যাপন কৰিছে শৰ্মা ছাৰ আৰু বাইদেউৰ স্নেহৰ পাত্ৰ-পাত্ৰী হৈ, অনুগ্ৰহ লাভ কৰি।

সংস্কৃত কবিতা আবৃত্তি কৰাৰ বিজ্ঞানসন্মত কৌশল মই ছাৰৰ পৰাই শিকিছিলো। এম. এ. ক্লাছত পঢ়ি থকা অৱস্থাতে সুৰভাৰতী সংসদৰ এখন ডাঙৰ সভা হৈছিল, লগতে এখন সংস্কৃত কবিতাৰ আবৃত্তি প্ৰতিযোগিতা, আবৃত্তিৰ বাবে বাচি দিয়া হৈছিল মাঘৰ 'শিশুপালবধ' মহাকাব্যৰ কেইটামান শ্লোক, আবৃত্তি আগতেও কৰিছিলো, নিয়ম কিন্তু নাজানো, এইবাৰ ছাৰৰ গুৰি পালোগৈ। আমনি নোপোৱাকৈ ছাৰে মোক প্ৰথমে উচ্চাৰণ পদ্ধতি শিকালে, ক'লে 'গদ্ গদ্ স্বৰত গাবাঁ, নিৰ্ভয়ে,' সেইমতেই কৰিছিলো। প্ৰথম পুৰস্কাৰ পালোঁ।

মহান পণ্ডিত হৈয়ো ছাৰে ক্ৰিকেট আদি খেলা-ধূলা, চিনেমা উপভোগ কৰে, ছাৰে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা মূল সংস্কৃত নাটক (শকুন্তলা আৰু স্বপ্নবাসৱদত্তা) প্ৰযোজনা কৰি উপস্থাপন কৰিছিল, ছাৰৰ পৰা অনুপ্ৰাণিত হৈ মোৰ স্বামীয়ে পৰৱৰ্তী কালত তিনিখন নাটক অনাঁতাৰৰূপ দি প্ৰয়োজনা কৰিছিল, আমি অংশগ্ৰহণ কৰিছিলো (মই আৰু মোৰ দুই কন্যাই), আমাৰ পৃষ্ঠপোষক ছাৰ। সুমধুৰ কণ্ঠেৰে ছাৰে গুৱাহাটী অনাঁতাৰ কেন্দ্ৰযোগে পৰিৱেশন কৰা সংস্কৃত শিক্ষাৰ পাঠে সংস্কৃতানুৰাগী অসমৰ ৰাইজক মুগ্ধ কৰিছিল।

শৰ্মা ছাৰ— বুলি বাইদেউৰ আশীষেৰে আমাৰ সাংসাৰিক জীৱনৰ আঠত্ৰিশটা বছৰ দুজনী কন্যা আৰু দুটা জোঁৱাইৰ সৈতে সুখেৰেই আছো। আমাৰ বৈবাহিক জীৱনৰ প্ৰত্যেক খোজতেই শৰ্মা ছাৰৰ অৰিহণা এক অবিস্মৰণীয় সম্পদ। সৰ্বশেষত গুৰুদেৱলৈ ভক্তিপূৰ্ণ প্ৰণিপাত নিবেদন কৰিলো।

***

# শ্ৰদ্ধেয় ড° মুকুন্দ মাধৱ শৰ্মা ছাৰ : এক অনুভৱ

**ৰাজেন্দ্ৰ নাথ শৰ্মা**

"মাধৱায় নমস্তভ্যং ভক্ত্যা চ গুৰবে সদা।
প্ৰাচ্যতত্ত্ববিদগ্ধায় মুকুন্দায় নমো নমঃ।।"

ড° মুকুন্দ মাধৱ শৰ্মা। সমানাৰ্থক দুটা শব্দৰ এক সুশ্ৰাব্য নাম। শৰ্মা মাথোন উপাধি। নামেই যাৰ পৰিচয়। ১৯৭০ চনৰ কোনোবা এটা দিনত (মনত নাই) কটন কলেজৰ ছাত্ৰ হিচাপে সেই কলেজৰে মোৰ শিক্ষাগুৰু অধ্যাপক শ্ৰীযুত ৰাজেন মহন্ত দেৱৰ লগত গুৱাহাটী বিশ্ববিদ্যালয় চৌহদৰ ৩২ নং আবাসত থকা ড° মুকুন্দ মাধৱ শৰ্মাদেৱক পোন প্ৰথম বাৰৰ বাবে দেখাৰ সৌভাগ্য ঘটিছিল।

১৯৭২ চনৰ কথা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত স্নাতকোত্তৰ মহলাৰ ছাত্ৰ হিচাপে ভৰ্ত্তি হওঁ। দুবছৰ আগত দৰ্শন লাভ কৰা ড° মুকুন্দ মাধৱ শৰ্মাদেৱক শিক্ষাগুৰু হিচাপে লগ পাওঁ। মোৰ ছাৰ। আমি 'ছাৰ' বুলিয়েই সম্বোধন কৰোঁ। ধুনীয়া সাজপাৰ পৰিহিত শ্ৰদ্ধেয় শৰ্মাছাৰে প্ৰথম বাৰ্ষিক (previous) শ্ৰেণীত আমাক মহাকবি কালিদাসৰ "মেঘদূত" নামৰ গীতিকাব্যখনৰ পাঠ দান কৰিছিল। পাঠদানৰ সময়ত ছাৰে গভীৰ মনোযোগ দিছিল। শৰ্মাছাৰৰ মাত কথা বৰ শুৱলা। চিত্তাকৰ্ষক। যি কয় সেয়ে আমাৰ ভাল লাগিছিল। এতিয়াও লাগে।

সেই সময়ত মই ছাত্ৰাবাসৰ বাসিন্দা। শ্ৰেণী নোহোৱাত শৰ্মা ছাৰে তেখেতৰ বাসভৱনলৈ প্ৰায়ে মোক লগত লৈ খোজ কাঢ়ি গৈছিল। মাজে মাজে মোৰ কান্ধত এখন হাত দি বন্ধুৰ দৰে ব্যৱহাৰ কৰি একলগে যায়। বিভাগৰ পৰা ছাৰৰ আবাসৰ দূৰত্ব প্ৰায় এক কিলোমিটাৰ। গৈ থকা সময়ত ছাৰে নানা ধৰণৰ মূল্যবান কথা কয়। পঢ়াৰ কথা কয়। নিজৰ জীৱনৰ বিষয়েও দুই চাৰিটা কথা আমাৰ আগত ব্যক্ত কৰে।

দ্বিতীয় বাৰ্ষিক (Final year) শ্ৰেণীত সাধাৰণতে ছাত্ৰ-ছাত্ৰী সকলে বিশেষ পাঠ্য (Specialisation) পঢ়িব লাগে। সেই বাবে সংস্কৃতত তিনিটা শাখাৰ (Special Group) অধ্যয়ন হয়। বেদ, কাব্য আৰু দৰ্শন। বিভাগীয় প্ৰধান ড° শৰ্মা ছাৰে মোক কিন্তু দৰ্শন শাখাত অধ্যয়ন কৰিবলৈ কৈছিল। তেখেত অৱশ্যে কাব্য বা সাহিত্যৰ অধ্যাপক। দৰ্শনত হেনো ভাল অসমীয়া ছাত্ৰ নাছিল। সেয়েহে ছাৰে মোক দৰ্শন পঢ়িবলৈ পৰামৰ্শ দিছিল। ময়ো ছাৰৰ পৰামৰ্শক্ৰমে দৰ্শন বিষয়ত এম. এ. ডিগ্ৰী ল'লো।

এইখিনিতে উনুকিয়াই থব পাৰি যে শৰ্মাছাৰৰ সান্নিধ্য লাভ কৰি ব্যক্তিগত ভাবে মই বৰ উপকৃত হৈছো। শৈক্ষিক দিশত ছাৰৰ পৰা সদুপদেশ আৰু সদিচ্ছা আজিলৈকে পাই আহিছোঁ। গৱেষণা কাৰ্য্য শৰ্মছাৰৰ তত্বাবধানত আৰম্ভ কৰিছিলো। তেখেতে নিৰ্দ্ধাৰণ কৰি দিয়া মীমাংসা দৰ্শনৰ এক বিষয়ত। কিন্তু ১৯৮৩ চনত ইণ্ডোনেছিয়াৰ বালিলৈ দুবছৰৰ বাবে Visiting professor হৈ যাব লগা হোৱাত মই মোৰ গৱেষণা কাৰ্য্য ড° অশোক কুমাৰ গোস্বামী ছাৰৰ তত্ত্বাবধানত সমাপ্ত কৰিছিলো। গৱেষণাৰ বিষয় নিৰ্বাচনৰ ক্ষেত্ৰত ড° শৰ্মা ছাৰ বৰ নিপুণ। তেখেতে বহু ছাত্ৰ-ছাত্ৰীক এই ক্ষেত্ৰত বৰ সহায় কৰিছে। প্ৰকৃতাৰ্থত ড° শৰ্মাছাৰ শৈক্ষিক দিশত উপকাৰ কৰাত সিদ্ধহস্ত। নিজৰ বহা আসনৰ কাষত বহাই লৈ ছাৰে সংস্কৃত বিষয়ৰ নানা শাস্ত্ৰৰ কথা আলোচনা কৰিছিল। এয়া ছাত্ৰৰ বাবে সৌভাগ্যৰ কথা। কৃতী শিক্ষক, সফল গৱেষক তথা শাস্ত্ৰনিষ্ণাত ড° মুকুন্দ মাধৱ শৰ্মা ছাৰৰ কথা কোৱাৰ ৰীতি আৰু সুস্বৰে শ্ৰেণী কোঠাত ছাত্ৰ-ছাত্ৰীক আৰু সভা-সমিতিত শ্ৰোতাক বাৰুকৈে আকৰ্ষণ কৰিছিল।

শ্ৰদ্ধেয় শৰ্মা ছাৰৰ এক বিৰল বৈশিষ্ট্য (গুণ বুলি ক'ব পাৰি) হ'ল এই যে তেখেতে সকলোকে প্ৰশংসা কৰে আৰু চিনাকি কৰাওঁতে তেখেতে সকলোকে

ভাল বুলি কয়। এয়া গুণীৰ লক্ষণ।

শৰ্মা ছাৰৰ লগত কটোৱা সময় সাৰ্থক হয়। কিয়নো তেখেতৰ লগত থাকিলে বহুত নতুন নতুন কথা জানিব পাৰি। কিবা এটা বিষয়ৰ ওপৰত প্ৰশ্ন সুধিলে ছাৰে বৰ সুন্দৰকৈ সমাধান দিব পাৰে। ছাৰৰ লগত সময় কটোৱাত এক মজা আছে। ১৯৭২ চনৰ পৰা ১৯৯২ চনলৈ (অৰ্থাৎ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হিচাপে যোগদান কৰাৰ আগলৈকে) প্ৰায় কুৰি বছৰ কাল শৰ্মা ছাৰক নিচেই ওচৰৰ পৰা পাই আহিছো। অৱশ্যে ইংগ্লেণ্ডত থকা দুবছৰ তেখেতক ওচৰত পোৱাৰ পৰা বঞ্চিত হৈছিলো।

প্ৰায় চৈধ্য বছৰ কাল তেখেতৰ সহকৰ্মী হ'বলৈ সুযোগ পাইছিলো। এয়া সুযোগ তেখেতৰ কৃপাৰ বাবে।

পঢ়া-শুনা বিষয়ৰ কথাৰ উপৰিও শৰ্মাছাৰে পাৰিবাৰিক সুখ দুঃখৰ বিষয়েও কথা বতৰা পাতে। মোৰ নিজৰ পৰিয়াল মানে মোৰ পত্নী, পুত্ৰ আৰু পুত্ৰীৰ খবৰ খাতি লোৱাৰ উপৰিও ছাৰে মোৰ দাদা-নবৌ, ভাই-ভনীৰ বিষয়েও খবৰ নোসোধাকৈ নাথাকে। ছাৰৰ বিশেষত্ব বুলিয়েই মই ভাবোঁ আগতে কৈ অহা হৈছে যে ড° শৰ্মা ছাৰ সাজ-পাৰ পৰিধানত বৰ সজাগ। চাফ চিকুন সাজ-পোছাক আনে পিন্ধাটোও তেখেতে বিচাৰে। মোৰ মনত পৰে ছাৰে মোক সদায় দাড়ি কাটিবলৈ পৰামৰ্শ দিছিল। শ্ৰেণী কোঠালৈ আহোতে পৰিষ্কাৰ পৰিচ্ছন্ন হৈ অহাটো ছাৰে বিচাৰিছিল। লগতে তামোল-পান, চাধা-চিগাৰেট ছাত্ৰই খোৱাটো ছাৰে বৰ বেয়া পাইছিল। নিজৰ ক্ষেত্ৰতো তেখেত এইবোৰৰ পৰা আঁতৰি আছিল। এই ধৰণে ছাৰৰ পৰা শিকিব লগা বহুতো কথা আছে।

ছাৰৰ সান্নিধ্য লভিবলৈ পাই মই বৰ ধন্য হৈছো আৰু দুটা গুৰুত্বপূৰ্ণ কথা শিকিছিলোঁ, সেৱা হ'ল মহাকবি কালিদাসৰ ভাষাত

**"যাচ্ঞা মোঘা বৰমধিগুণে নাধমে লব্ধকামা।"**

আৰু হিতোপদেশত থকা

**"হীয়তে হি মতিস্তাত হীনৈঃ সহ সমাগমাৎ।**
**সমৈশ্চ সমতামেতি বিশিষ্টৈশ্চ বিশিষ্টতাম্।।"**

পৰিশেষত শৰ্মা ছাৰৰ সুস্বাস্থ্য কামনাৰে আৰু ছাৰৰ পৰা আশীৰ্বাদ কামনাৰে।

# অধ্যাপক ড° মুকুন্দ মাধৱ শৰ্মা— ব্যক্তিগত অনুভৱৰ যৎকিঞ্চিৎ

**দীপক কুমাৰ শৰ্মা**

ব্যষ্টিতেই সমষ্টিৰ উমান লোৱা সহজসাধ্য নহয়, যুক্তিসিদ্ধও নহ'ব পাৰে। পিছে, ব্যক্তিয়েই অনুষ্ঠানৰ প্ৰতিভূ হোৱাৰ নিদৰ্শন সুলভ নহ'লেও দুৰ্লভ নহয়। প্ৰথিতযশা পণ্ডিত অধ্যাপক ড° মুকুন্দ মাধৱ শৰ্মা এনে এগৰাকী ব্যক্তি যিয়ে এটা বিশেষ বৃহৎ বিদ্বৎগোষ্ঠীক প্ৰতিনিধিত্ব কৰে। সংস্কৃত শাস্ত্ৰ-কাব্যৰ গভীৰ জলধিত নিহিত হৈ থকা দুষ্প্ৰাপ্য মণি-মৰকতৰ নিৰলস অব্যাহত অনুসন্ধানেই যাৰ তপ-ব্ৰত, সেই স্বনামধন্য প্ৰাচ্যতত্ত্ববিদ্ অধ্যাপক শৰ্মাৰ অননুকৰণীয় বৌদ্ধিক অনুশীলন উত্তৰ পুৰুষৰ বাবে অবিকল্প আদৰ্শ। অৰ্থাগমৰ বাবে অনুকূল নহয় বুলি জানিও সংস্কৃত-সাধনাতেই আত্মনিমজ্জিত হৈ ৰোৱা ড° মুকুন্দ মাধৱ শৰ্মা সাম্প্ৰতিক কালৰ পূৰ্বোত্তৰ ভাৰতবৰ্ষৰ সংস্কৃতৰ শিক্ষক-শিক্ষাৰ্থীসকলৰ বাবে জ্ঞানবৃদ্ধ কুলগুৰুৱেই নহয়, স্বীয় প্ৰজ্ঞাদৃষ্টিৰে অনুগামীসকলক মাৰ্গদৰ্শন কৰোৱা জানিবা এক সমুজ্জ্বল আলোকবৰ্তিকাহে।

কলকাতাত স্নাতকোত্তৰ মহলাত অধ্যয়ন কৰা সময়ছোৱাতেই শৰ্মাদেৱে আধুনিক তথা পৰম্পৰাগতভাৱে শিক্ষিত এচাম মুৰ্দ্ধন্য পণ্ডিতসকলৰ সাহচৰ্য্যই শৰ্মাদেৱৰ বিদ্যায়তনিক দিশত প্ৰভাৱ পেলোৱাত বাদেও তেখেতৰ সামগ্ৰিক ব্যক্তিত্বক এক স্বতন্ত্ৰ বৈশিষ্ট্য প্ৰদান কৰিছিল। প্ৰাচ্য-পাশ্চাত্যৰ বহু পণ্ডিতৰ অলেখ গ্ৰন্থৰ পুঙ্খানুপুঙ্খ অধ্যয়ন তথা সিবিলাক গ্ৰন্থত নিহিত তথ্যৰ সংশ্লেষণ-

বিশ্লেষণৰ সম্পৰীক্ষণে তেখেতৰ বিদ্যাবত্তাক নতুন পৰিধিত উপনীত কৰাই আহিছে। একেটা বিষয়ক ভিন ভিন দৃষ্টিৰে অৱলোকন কৰি উপলব্ধ তথ্যক যুক্তিৰে প্ৰতিষ্ঠা কৰাৰ বৈজ্ঞানিক মানসিকতা তেখেতৰ বিদ্যাচৰ্চাৰ মুখ্য বৈশিষ্ট্য। তেখেতৰ জীৱনচৰ্য্যাতো মাত্ৰাবৈভিন্ন্য মন কৰিবলগীয়া কথা। সংস্কৃতৰ অধ্যাপক ড° শৰ্মাদেৱে নিৰহ-নিপানীকৈ ইংৰাজী, বাংলা, হিন্দী প্ৰভৃতি কেবাটাও ভাষাত বাক্-চাতুৰ্য্য প্ৰতিপন্ন কৰি আহিছে। বেশ-ভূষাৰ ক্ষেত্ৰত তেখেতে সাম্প্ৰতিকতাক স্বীকাৰ কৰি লৈ আহিছে। সংস্কৃতৰ নিচিনা সুপ্ৰাচীন ভাষা-সাহিত্যৰ সাৰ্থক সাধক ড° শৰ্মাদেৱে প্ৰাত্যহিকতাত কালানুগ সত্যতাক স্বীকাৰ কৰি দহৰ বাবে দৃষ্টান্ত ৰাখি আহিছে।

আমাৰ পৰম সৌভাগ্য, এনে এগৰাকী ব্যক্তিৰ সান্নিধ্য লাভ কৰি নিজকে কৃতাৰ্থ অনুভৱ কৰি আহিছোঁ। বিশ্ববিদ্যালয়ৰ প্ৰথম বৰ্ষত ড° শৰ্মাছাৰে আমাৰ অলঙ্কাৰ শাস্ত্ৰৰ পাঠ লৈছিল। অননুকৰণীয় কলাত্মক বাগ্‌ভঙ্গীৰে পঠনীয় বিষয়ৰ দুৰূহতাকো ছাৰে উপাদেয় কৰি তুলিছিল। তেখেতৰ প্ৰতিগৰাকী ছাত্ৰ-ছাত্ৰীৰ মনৰ মনিকোঠাত সেই অবিস্মৰণীয় অভিজ্ঞতা সযতনে সুৰক্ষিত হৈ আছে। আমাৰ আজীৱন আক্ষেপ, স্নাতকোত্তৰ মহলৰ দ্বিতীয় বৰ্ষত মহাগ্ৰন্থ ধ্বন্যালোকৰ ছাৰৰ মুখনিঃসৃত ব্যাখ্যা শুনাৰ পৰা বঞ্চিত হৈ ৰলোঁ। সেই সময়ত ইণ্ডোনেছিয়াৰ উদয়ন বিশ্ববিদ্যালয়ত অতিথি অধ্যাপক হিচাবে ভাৰত চৰকাৰে ছাৰক নিযুক্তি দিয়ে।

নলবাৰী সংস্কৃত কলেজলৈ এবেলি ছাৰে প্ৰাচীন সাঁচিপতীয়া পুথি চাবলৈ গৈছিল। সেই ছেগতে পূৰ্বৰ কৰ্মভূমি নলবাৰী চহৰৰ তাহানিৰ বন্ধু কেইগৰাকীমানৰ ঘৰলৈ যাবলৈ ছাৰে সময় উলিয়াই লৈছিল। আমাৰ দুচকীয়া বাহনখনৰ পিছৰ আসনত ছাৰক বহুৱাই লৈ চহৰখনৰ কেবাটাও অঞ্চলত ঘূৰি ফুৰি অনুভৱ কৰা আনন্দ-পুলক মোৰ বাবে অবিস্মৰণীয় সঞ্চিত অভিজ্ঞতা।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত শিক্ষকৰ পদবীত যোগদান কৰাৰ পিছত ছাৰৰ অতি নিকট সান্নিধ্য লাভ কৰিছিলোঁ। বিভাগত কোনো অতিথি-আগন্তুকৰ সৈতে প্ৰথম সাক্ষাৎ ঘটিলেই ছাৰে নিজেই আগভাগ লৈ আগন্তুকৰ সৈতে আমাক চিনাকি কৰাই দিয়ে— মোৰ সহকৰ্মী দীপক শৰ্মা। আগন্তুকক নমস্কাৰ জনাই সৌজন্য প্ৰদৰ্শন কৰা সময়তেই আত্মবিমূঢ় হওঁ— ড° মুকুন্দ মাধৱ

শৰ্মাৰ সহকৰ্মী। ক'ত আমাৰ লেখিয়া দুহতীয়া বামন; ক'তেইবা মহাভাস্কৰ গগনচাৰী উডুপতি। এই দূৰত্ব জানো কাহানিবা হ্ৰাস পায়? পিচে, মহাসত্ত্বৰ মহাদৃষ্টিৰ বিশালতা অনুভৱৰহে বিষয়।

অধ্যাপক ড° মুকুন্দ মাধৱ শৰ্মাৰ জীৱন পৰিক্ৰমাত একপ্ৰকাৰৰ স্বকীয় দাৰ্শনিকতা আমাৰ দৰে বহুতেই নিশ্চয় লক্ষ্য কৰি আহিছে। গৃহী হৈয়ো তেখেত জানিবা বানপ্ৰস্থী, জাগতিক সকলো কাৰ্য্যত লিপ্ত হৈয়ো যেন সিবিলাকৰ সংস্পৰ্শৰ উৰ্দ্ধত, বিষয়ী হৈয়ো জানিবা বিষয়-বাসনাৰ পৰিধিৰ বাহিৰত। সংস্কৃত ভাষাৰ সৰ্বকালৰ অন্যতম মহৎ গ্ৰন্থ ঈশোপনিষদৰ প্ৰতিপাদ্য আদৰ্শৰ অধিকাৰী পুৰুষ এগৰাকীৰ প্ৰতিচ্ছবি ড° শৰ্মাদেৱৰ অনুৰাগীসকলে তেখেতৰ ব্যক্তিত্বত সৰ্বদা অৱলোকন কৰি আহিছে।

পৰম কৰুণাময়ে শৰ্মাছাৰক সুদীৰ্ঘ নৈৰুজ্য প্ৰদান কৰক— তেখেতৰ প্ৰজ্ঞা-প্ৰভাৰে অলেখ বিদ্যানুৰাগীৰ বিদ্যামাৰ্গ দ্যুতিময় হওঁক— এগৰাকী অকিঞ্চন গুণমুগ্ধ ছাত্ৰৰ এয়াই আন্তৰিক কামনা।

***

# শ্ৰদ্ধেয় শিক্ষাগুৰু মুকুন্দমাধৱ শৰ্মাছাৰৰ সান্নিধ্যত

**চাৰহাৰউদ্দিন আহমেদ**

সংস্কৃত কবি ভৰ্তৃহৰিয়ে সৎলোকৰ সান্নিধ্যই কঢ়িয়াই অনা সুফল সমূহৰ বিষয়ে উল্লেখ কৰি কৈছে এনেদৰে, (সৎলোকৰ সংগই) বুদ্ধিৰ জড়তাক হৰণ কৰে বা বিলুপ্তি ঘটায়, বাক্যত (কথাত) সত্যৰ বীজ ছটিয়াই দিয়ে, মান-সন্মান বৃদ্ধি কৰে, পাপ কামৰ পৰা বিৰত ৰাখে, মন প্ৰসন্ন কৰে, চাৰিওফালে যশস্যা বিয়পাই দিয়ে (গতিকে) কোৱাচোন বাৰু, সৎলোকৰ সংগইনো মানুহক কি কৰিব নোৱাৰে? অৰ্থাৎ সৎলোকৰ সংগই মানুহৰ ভালৰ সকলোখিনিয়েই কৰিব পাৰে। এইখিনি কথা ভৰ্তৃহৰিয়ে এটি সংস্কৃত শ্লোকৰ মাধ্যমেৰে ব্যক্ত কৰিছে। আমি স্কুলত পঢ়া দিনত ভৰ্তৃহৰিৰ শ্লোকটি হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ সংস্কৃত পাঠ্যক্ৰমৰ ভিতৰুৱা আছিল। মুকুন্দ মাধৱ শৰ্মাছাৰৰ বিষয়ে লিখিবলৈ লওঁতে ভৰ্তৃহৰিৰ এই শ্লোকটিৰ কথা মনত পৰিছে। ঠিক। মুকুন্দ মাধৱ শৰ্মাছাৰ এগৰাকী সৎলোক। এইগৰাকী সৎলোকে নিজৰ জ্ঞান সদৃশ আলোকেৰে বহুতকেই আলোকিত কৰিছে। তেখেতে জ্ঞান দানেৰে আলোকিত কৰা সকলৰ ভিতৰত ময়ো এজন। ১৯৭৬ চনৰ পৰাই মই এইগৰাকী সজ ব্যক্তিৰ প্ৰত্যক্ষ সান্নিধ্যলৈ আহিছোঁ। হিচাপ কৰিলে বহু বছৰেই হয়, আমাৰ নিবিড় সম্বন্ধ এতিয়ালৈকে আছে। সংসাৰৰ নানা দুখ-যাতনাৰ মাজেৰে আগবাঢ়ি গৈ থাকোতে এই গৰাকী সাধু ব্যক্তিৰ কথা মনত পৰিলে মনটো ভাল লাগে, মনলৈ অনুপ্ৰেৰণা আহে।

সত্তৰৰ দশকৰ মাজভাগত তেজপুৰৰ দৰং কলেজত পঢ়ি থাকোঁতে মুকুন্দ মাধৱ শৰ্মাছাৰৰ নাম শুনিছিলোঁ। তেখেত গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰধান অধ্যাপক, এগৰাকী বিদগ্ধ সংস্কৃত পণ্ডিত। যিসকলে মোক কৈছিল তেখেত সকলে ইয়াতকৈ আৰু বেচি একো কোৱা নাছিল।

১৯৭৬ চনত বি. এ. পাছ কৰি উঠি সংস্কৃতত এম. এ. পঢ়াৰ মানসেৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত ছাৰক লগ ধৰিবলৈ গৈছিলোঁ। সাহস গোটাই মেলি অনুমতি লৈ ছাৰৰ কোঠাত সোমাইছিলোঁ, কোঠাটোত কেৱাজনো মানুহ বহি আছিল। নাম কোৱাৰ লগে লগেই সকলোৱেই মোলৈ ঘূৰি চাইছিল। থোৰতে নিজৰ পৰিচয় দি মোৰ ক'ব লগীয়াখিনি কৈছিলোঁ। সকলোৱেই কথাখিনি শুনিছিল যদিও এজন মানুহে মোৰ গোটেইখিনি কথাই মুখলৈ চাই অতি মনযোগেৰে শুনিছিল। ইয়াৰ আগতে ইমান মনযোগেৰে কথা শুনি থকা ব্যক্তিক মই লগ পোৱাটো মনত নপৰে। মোৰ কথাখিনি শুনাৰ ঠিক পাছতেই মানুহজনৰ মুখৰ পৰা নিগৰিত হৈছিল অতি সুমধুৰ এটাই মাথোন শব্দ। শব্দটো আছিল 'বাঃ'।

মানুহজন বহি থকা আসনখন যে প্ৰধান অধ্যাপকৰ আসন সেই বিষয়ত মই নিশ্চিত হ'ব পাৰিছিলোঁ। কিন্তু আসনত বহি থকা মানুহজন মুকুন্দ মাধৱ শৰ্মা হয় নে নহয় এই লৈ মোৰ সন্দেহ হৈছিল। কাৰণ সংস্কৃত বিভাগৰ প্ৰধান অধ্যাপক মুকুন্দ মাধৱ শৰ্মাৰ বিষয়ে মোৰ মনত যি ধাৰণাই থিতাপি লৈছিল, সেই ধাৰণাৰ লগত মানুহজনৰ কোনো মিল নাছিল। মানুহজনৰ পোছাক আৰু পৰিপাটিকৈ থকা দৃশ্যই মোৰ মনত খেলি-মেলিৰ সৃষ্টি কৰিছিল। পাছত যেনিবা বাহিৰলৈ ওলাই আহি কিছু সময় চিন্তা কৰিহে মানুজন যে মুকুন্দ মাধৱ শৰ্মা সেই বিষয়ে নিশ্চিত হৈছিলোঁ। লগতে মোৰ ধাৰণা হৈছিল তেখেত এগৰাকী অতি ভাল শ্ৰোতা, আনৰ কথা অতি মনযোগেৰে শুনে।

পিছদিনা ৰাতিপুৱা মানুহক সুধিমেলি গুৱাহাটী বিশ্ববিদ্যালয় চৌহদত থকা মুকুন্দ মাধৱ শৰ্মাছাৰৰ আৱাসগৃহ বিচাৰি উলিয়াইছিলোঁগৈ। ছাৰে সেই সময়ত গেৰেজত নিজৰ গাড়ীখনৰ কিবা কাম কৰি আছিল। মোক দেখা পাই গাড়ীৰ কাম বাদ দি আগবাঢ়ি আহি থিয় হৈয়েই প্ৰায় ২০ মিনিট সময় কথা পাতিছিল। মোৰ বিষয়ে, আমাৰ ঘৰৰ বিষয়ে বহু কথাই সুধিছিল। মইয়ো কোনো

কুণ্ঠাবোধ নকৰাকৈ গোটেইখিনি কথাই কৈছিলোঁ। কথাখিনি শুনাৰ পাছত মোৰ মুখলৈ চাই কৈছিল "I shall take you upto Ph.D ।" মোক বিদায় দিয়াৰ সময়ত গেটখন লগাই থৈ যাবলৈ কৈছিল। কথাষাৰ শুনি মোৰ লাজ লাগিছিল, কাৰণ ঘৰৰ চৌহদলৈ সোমাওঁতে গেটখন বন্ধ কৰা নাছিলোঁ। গেটখন লগোৱাৰ সময়ত জীৱনত আৰু এনে ভুল কেতিয়াও নকৰোঁ বুলি মনত প্ৰতিজ্ঞা কৰিছিলোঁ। জীৱনৰ বাবে প্ৰয়োজনীয় এক শিক্ষা আহৰণ কৰাৰ লগতে আবেগ ভৰা এখন অন্তৰ লৈ গুৱাহাটী বিশ্ববিদ্যালয় চৌহদৰ ৩২ নং আবাসগৃহৰ পৰা ওলাই আহিছিলোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগত নামভৰ্ত্তি কৰাৰ এমাহমানৰ পাছত বিভাগৰ নৱাগত আদৰণি সভা অনুষ্ঠিত হৈছিল। সভাৰ সভাপতি আছিল বিভাগীয় অধ্যক্ষ মুকুন্দ মাধৱ শৰ্মাছাৰ। সভা চলি থাকোঁতে যথাসময়ত নৱাগত সকলৰ ফালৰ পৰা দুআষাৰ কোৱাৰ পাল পৰিছিল। দুআষাৰ কোৱাৰ মানসেৰে মই গৈ নিৰ্দিষ্ট স্থানত ঠিয় হোৱাৰ লগে লগে কাষতে বহি থকা বিশিষ্ট অতিথিক লাহেকৈ কিবা কৈছিল। কথাষাৰ আমি ভালকৈ শুনা নাছিলোঁ। বোধহয় ছাৰৰ বাক্যটো আছিল 'He is a Muslim Student। কিয়নো ইয়াৰ পাছত বিভাগলৈ অসম তথা ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ পৰা যিমান সংস্কৃত পণ্ডিত আৰু আন বিশিষ্ট ব্যক্তি আহিছিল তেওঁলোকৰ লগত পৰিচয় কৰাই দিওঁতে মোৰ নামটো ছাৰে স্পষ্টকৈ মাতি ক'বলগীয়াখিনি কৈছিল। গুণী-জ্ঞানী কিমানজনৰ লগত যে পৰিচয় কৰাই দিছিল তাৰ কোনো হিচাপ নাই। অপৰিচিত জনৰ লগত মোক বহুতেই পৰিচয় কৰাই দিয়ে। কিন্তু মুকুন্দ মাধৱ শৰ্মাছাৰৰ পৰিচয় কৰাই দিয়াৰ বিশেষ ধৰণটোৱে মোৰ অন্তৰত এক সুকীয়া স্থান অধিকাৰ কৰি আছে।

বিভিন্ন সময়ত বিভিন্নজনৰ লগত মোৰ মনোমালিন্য ঘটিছিল, বাক-বিতণ্ডা লাগিছিল। আমাৰ জীৱনত সংঘটিত এইবোৰ কথাও ছাৰক মুক্তভাৱে কৈছিলোঁ। ছাৰে কথাখিনি শুনি উঠি এই সকলোবোৰ মনৰ পৰা অনতিপলমে উলিয়াই দিবলৈ পৰামৰ্শ দিছিল। এইবোৰ ভাবি থাকিলে নিজৰ ক্ষতি হোৱাৰ বাহিৰে আন একো নহয় বুলি উপদেশ দিছিল। এই উপদেশে মোৰ জীৱনত ৰোগ নিৰাময়ৰ ঔষধৰূপে কাম কৰি আছে। বহু সময়ত বিশেষ কাৰণত বিশিষ্ট ব্যক্তি আৰু পণ্ডিতৰ ওচৰলৈ ছাৰে মোক পঠিয়াইছিল। পঠিওৱাৰ সময়তেই কৈছিল,

"মোৰ নামটো কোবাৰ পাছতেই তুমি তোমাৰ পৰিচয়টো ভালকৈ দিবা। ঘূৰি অহাৰ সময়ত মানুহজনৰ আশীৰ্বাদ বিচাৰিবা।" ছাৰে মোক এষাৰ কথা প্ৰায়েই কৈ থাকে যে পণ্ডিত হ'লেই নিজৰ পোছাক-পৰিচ্ছদৰ প্ৰতি মনোনিবেশ কৰিব নালাগিব সেইটো নহয়। সংস্কৃত অতি চহকী সাহিত্য। সেই চহকী সাহিত্য অধ্যয়ন কৰা ব্যক্তিজন সকলো দিশৰ পৰাই চহকী হ'ব লাগিব। মনৰ ভাব বহল আৰু চিন্তাৰ স্তৰ উন্নত হোৱাৰ লগতে শাৰীৰিকভাৱেও সুস্থ সবল হ'ব লাগিব। আশীৰ দশকৰ আগভাগৰ এদিনৰ এটা সৰু ঘটনা। এদিন নিজৰ এম্বেচেডৰ গাড়ীখনত মোক বহুৱাই লৈ গৈ থাকোতে ছাৰে কৈছিল, "মই সংস্কৃতৰ বাবেই এই গাড়ীখন চলাই ফুৰিছোঁ। বহুতৰেই ধাৰণা, সংস্কৃত পঢ়া মানুহবিলাক আধুনিক জগতৰ লগত পৰিচিত নহয়। মানুহৰ মনত থিতাপি লোৱা এই ভাৱ দূৰ কৰিবলৈকে মই এই গাড়ীখন দৌৰাইছোঁ।" মই পি. এইচ. ডি. কৰি থাকোঁতে ছাৰে মোক লগত লৈ প্ৰয়োজনত বিশ্ববিদ্যালয়ৰ বিভিন্ন বিভাগ আৰু লাইব্ৰেৰীলৈ গৈছিল। তললৈ মূৰ দোঁৱাই খোজ কঢ়াটো ছাৰৰ স্বভাৱ। এইদৰে খোজকাঢ়ি গৈ থাকোঁতে বাটত কাঁইট দেখা পালে নিজ হাতেৰে সেই কাঁইট বাটৰ পৰা উঠাই নি নৰ্দমাত পেলাইছিল। এদিন মই হঠাতে সুধিছিলোঁ, 'ছাৰ, আপুনি এই কামটো কিয় কৰে?' মোক পোনে পোনেই উত্তৰ দি কৈছিল, "হজৰত মহম্মদে তললৈ মূৰ দোঁৱাই খোজ কাঢ়িছিল আৰু বাটত কাঁইট দেখা পালে নিজ হাতেৰে বুটলি নি আন ঠাইত পেলাই দিছিল।" ছাৰৰ এই কথাখিনি মোৰ কাণত এতিয়াও বাজি থাকে।

প্ৰসিদ্ধ ইংৰাজ কবি আৰু নাট্যকাৰ অ'লিভাৰ গল্ডস্মিথ (Oliver Goldsmith) এ 'She Stoops to conquer' নামৰ নাটকত এটা চৰিত্ৰৰ মুখেদি ব্যক্ত কৰাইছে যে নিষ্ঠাৰে কাম কৰিলে জীৱনত কৃতকাৰ্যতা লাভ কৰিব পৰা যায়। (Sincerity assumes success)। ছাৰৰ বিষয়ে ভাবিলেই স্মিথৰ এই কথাষাৰ মোৰ মনত পৰে। Sincerity শব্দটো বোধহয় ছাৰৰ খুবেই প্ৰিয়। সেয়েহে এই শব্দটোৰ প্ৰয়োগ ছাৰে খুব বেচিকৈ কৰা শুনা যায়।

মানুহৰ সমাজত আজি ধৰ্মৰ নামত, ভাষাৰ নামত, জাতিৰ নামত, গোষ্ঠীৰ নামত ভেদাভেদৰ সৃষ্টি হৈছে। আমাৰ মাজত ভেদাভেদৰ শিপাই ইমান বেচিকৈ পোখা মেলিছে যে আমি মানুহ হিচাপে জীয়াই থকাটোৱেই টান হৈ পৰিছে।

মুকুন্দ মাধৱ শৰ্মাছাৰে সদায়েই মোক মানুহ হিচাপে জীয়াই থাকিবলৈ শিকাই আহিছে। মানব ইতিহাসৰ এই বিষয়ৰ বহুতো উদাহৰণ মোক আগতেও দিছিল আৰু এতিয়াও দি আছে।

মুকুন্দ মাধৱ শৰ্মাছাৰৰ বিষয়ে আৰু বহু কথাই মোৰ ক'বলগীয়া আছে। 'প্ৰান্তিক'ত প্ৰকাশ পাবলগীয়া 'সংস্কৃতৰ সমুদ্ৰত অৱগাহন' শীৰ্ষক ধাৰাবাহিকত মই কিছু কথা কোৱাৰ প্ৰয়াস কৰিছোঁ। পাছলৈ আৰু অধিক কোৱাৰ ইচ্ছা আছে।

***

# মোৰ জীৱনত মুকুন্দ মাধৱ শৰ্মা

**মন্দিৰা দাস**

মই প্ৰথিতযশা সংস্কৃত পণ্ডিত ড° মুকুন্দ মাধৱ শৰ্মাৰ কথা কোৱা নাই— মই আপোনালোকক কম এনে এজন মানুহৰ বিষয়ে যিজনক মই দেখিছো ব্যক্তি হিচাপে, শিক্ষক হিচাবে, পিতৃ হিচাবে— আৰু সকলো ক্ষেত্ৰতে এজন সফল, আদৰণীয় আৰু আমাৰ বাবে আদৰ্শ ব্যক্তি স্বৰূপে।

১৯৯০-৯১ চনত মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাংলা বিভাগৰ ছাত্ৰী আছিলো— ড° মুকুন্দ মাধৱ শৰ্মা ছাৰে আমাক সংস্কৃত গ্ৰন্থ "উজ্জ্বল নীলমণি" পঢ়াইছিল। প্ৰথম যিদিনা ক্লাছ লবলৈ আহিছিল ছাৰে ক্লাছত মোৰ নাম সুধিলে, সেই দিনাৰ পৰাই চিনাকি। লাহে লাহে ছাৰৰ লগত মোৰ ঘনিষ্ঠতা আৰম্ভ হ'ল। ছাৰে মোৰ পৰিয়ালত কোন কোন আছে, কি কৰে সকলো কথাৰ বুজ লয়, Hostel ত মোৰ সুবিধা-অসুবিধাৰ খবৰ ৰাখে। বিশ্ববিদ্যালয়ৰ বন্ধত মই ঘৰৰ পৰা ঘূৰি আহিলে তেখেতে মোক মাতি নি মোৰ লগত বহুতো সময় কথা পাতে। মোক ভালকৈ পঢ়াশুনা কৰিবলৈ কয়— "কলেজৰ লেক্‌চাৰাৰ হ'ব লাগিব।" সময়ে সময়ে বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীৰ পৰা নিজৰ Card-ত কিতাপ দিও সহায় কৰে। আৰু মোৰ অনুভূতিত ছাৰক এজন স্নেহশীল অভিভাৱকৰ নিচিনা লাগে।

মোৰ প্ৰতি ছাৰৰ চেনেহ দিনে দিনে বাঢ়িবলৈ ধৰিলে। এবাৰ মই বিশ্ববিদ্যালয়ৰ দীঘলীয়া বন্ধত ঘৰলৈ আহিছো— ক্লাছ খুলিবলৈ আৰু দুদিনমান বাকী। তিনিচুকীয়াৰ পৰা মাকুমলৈ আহোতে বাছ-দুৰ্ঘটনাত মোৰ হাত ভৰিত

আঘাত পাওঁ। যথা সময়ত বিশ্ববিদ্যালয় খোলাত মই অনুপস্থিত থাকিব লগীয়া হয়। চিঠিত ছাৰক মই সকলো কথা লিখি জনাওঁ! তাৰ দুসপ্তাহ মান পাছত এদিন দুপৰীয়া দুই মান বজাত মোৰ দাদাই আহি কলে গুৱাহাটীৰ পৰা মুকুন্দ মাধৱ শৰ্মা আহিছে মোক লগ কৰিবলৈ। এয়া যেন মোৰ বাবে এক অবিশ্বাস্য আৰু অপ্ৰত্যাশিত ঘটনা। ছাৰক দেখি মোৰ আনন্দৰ চকুপানী ওলাই গ'ল। ছাৰ তিনি ঘন্টা আমাৰ ঘৰত থাকিল। লগতে আহিছিল দুলিয়াজানৰ পৰা তেখেতৰ পত্নীৰ ডাঙৰ দাদা ৰমনী ৰঞ্জন বৰুৱা। চিনাকি হ'ল মোৰ মা-দেউতা, দাদাৰ লগত। মোৰ বাইদেউক (কৃষ্ণাক) আশীৰ্বাদ কৰি কলে— "মই আশীৰ্বাদ কৰিছো শীঘ্ৰে তোমাৰ বিবাহ হ'ব।" সচাঁকৈয়ে ইয়াৰ দুমাহ পাছত উপযুক্ত পাত্ৰৰ লগত মোৰ বাইদেউৰ বিয়া হ'ল।

এয়া আছিল মুকুন্দ মাধৱ শৰ্মাৰ মোৰ ঘৰত প্ৰথম পদাপৰ্ন। ইয়াৰ পাছতো ছাৰে বহুবাৰ আমাৰ ঘৰলৈ আহিছে। গুৱাহাটীত থকাৰ গোটেই সময়ছোৱাত সকলো ক্ষেত্ৰতে সহায়-সহযোগ পাইছিলো ছাৰৰ পৰা। এম. এ. ফাইনেল পৰীক্ষা দি মই অসন্তোষ প্ৰকাশ কৰাত ছাৰে কৈছিল— "ভাল ছাত্ৰ-ছাত্ৰীৰ কখনও পৰীক্ষা দিয়ে সেটিস্‌ফেক্‌সন হয় না। তোমাৰ পৰীক্ষা ভালই হইয়াছে।"

বিশ্ববিদ্যালয় এৰি গুচি অহাৰ আগত ছাৰক লগ ধৰিবলৈ তেখেতৰ জালুকবাৰীৰ ৩২ নং আৱাসগৃহলৈ গ'লো। মোৰ ভৱিষ্যৎ জীৱনৰ বাবে বহুতো অমূল্য উপদেশেৰে মোৰ মন ভৰাই দিলে ছাৰে। যোগাযোগ ৰাখিবলৈ কলে। মোৰ Autograph লোৱা বহীখনত লিখি দিলে দুটা শব্দ আশীৰ্বাদেৰে—

**"কল্যাণমস্তু"**

*মুকুন্দ মাধৱ শৰ্মা।*

ছাৰক প্ৰণাম কৰি লাহে লাহে উঠি গুচি আহিলো— মন বিষাদেৰে ভৰি আছে, এই ভাবি ছাৰৰ লগত মোৰ সকলো সম্পৰ্ক যেন শেষ হৈ গ'ল। কিন্তু মানুহে ভাবে এক, হয় আন।

১৯৯১ চনৰ আগষ্ট মাহত এম. এ পৰীক্ষাৰ ফলাফল ঘোষণা হ'ল। লগে লগে টেলিগ্ৰাম যোগে ছাৰক মোৰ পাছ কৰাৰ খবৰ জনালো। মই 2nd class

1st হৈছো (সেই বছৰ 1st class কোনেও পোৱা নাই)। ভাল নম্বৰ পাই পাছ কৰাত ছাৰে মোক অভিনন্দন জনাই চিঠি দিলে।

১৯৯২ চনৰ ডিছেম্বৰ মাহত মই ডুমডুমা কলেজত চাকৰি পালো। এই সেউজীয়া পৰিবেশত মোৰ বাবে আৰম্ভ হ'ল জীৱনৰ এটা নতুন অধ্যায়। লাহে লাহে ছাৰৰ লগত মোৰ যোগাযোগ আগতকৈ কমি আহিল। কিন্তু অন্তৰৰ যোগাযোগ অক্ষুণ্ণ থাকিল।

১৯৯২ চনৰ জুলাই মাহৰ ১২ তাৰিখে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হৈ আহিল মুকুন্দ মাধৱ শৰ্মা। ইয়াৰ কেইদিনমানৰ পাছত এদিন মোৰ principal ৰবীন চৌধুৰী ছাৰে আহি মোক কলে মুকুন্দ মাধৱ শৰ্মা ছাৰে তোমাৰ কথা সুধিছে। চাৰি পাঁচ দিনৰ পাছত এদিন ৰাতিপুৱা ১০ মান বজাত মই বিশ্ববিদ্যালয়ত উপাচাৰ্যৰ বাসভৱনত উপস্থিত হলো। চকীদাৰে মোক সোমাব দিয়া নাই— সৰু এটুকুৰা কাগজত মোৰ নাম ঠিকনা লিখি লৈ ওপৰলৈ গ'ল— ইফালে মোৰ মনত তেতিয়া সংশয়, দ্বিধা, ভয়— উপাচাৰ্য মুকুন্দ মাধৱ শৰ্মা ছাৰে মোৰ লগত আগৰ দৰে ব্যৱহাৰ কৰিব নে? ভাবি থাকোতেই চকীদাৰে মোক ওপৰলৈ যাবলৈ কলে। সেইদিনা ছাৰৰ লগত বহুতো কথা হ'ল। পৰিতৃপ্ত মনেৰে মই ওলাই আহিলো উপাচাৰ্যৰ বাসভৱনৰ পৰা।

মুকুন্দ মাধৱ শৰ্মা ছাৰৰ ডিব্ৰুগড়ত পৰ্দাপন মোৰ জীৱনৰ যেন ভাগ্য পৰিবৰ্তন। মোৰ লগত ছাৰৰ এতিয়া সঘনে যোগাযোগ হৈ থাকে। প্ৰতিমাহত এবাৰ মই ছাৰক লগ কৰিবলৈ তেখেতৰ ঘৰলৈ যাওঁ। মুকুন্দ মাধৱ শৰ্মা ছাৰৰ ব্যস্ততা ভৰা জীৱনত মোৰ স্থান কিন্তু ঠিকেই থাকিল। এদিন তেখেতে মোক পি. এইচ. ডি. কৰাৰ কথা কলে। কি বিষয়তনো গৱেষণা কৰিব খুজিছো— কিবা ভাবিছানে বুলি মোক প্ৰশ্ন কৰিলে। তাৰ পিছত ক'লে— "মোৰ ইচ্ছা তুমি Contribution of Assam to Bengali Literature (1826 to 1994) এই বিষয়ত গৱেষণা কৰা। আজিলৈ কোনেও এই বিষয়ত কৰা নাই। এই কামটো কৰিব পাৰিলে এটা গুৰুত্বপূৰ্ণ কাম হব।" ইতিমধ্যে ছাৰে নিজে গৈ মোৰ তত্বাৱধায়ক ঠিক কৰি দি আহিলে গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাংলা বিভাগৰ প্ৰধান ড° উষা ৰঞ্জন ভট্টাচাৰ্যক।

মই পি. এইচ. ডি ৰ কাৰণে এক নতুন আশা, নতুন উৎসাহৰে কাম আৰম্ভ

কৰিলো। ছাৰৰ এই পিতৃসুলভ মৰম আৰু নিঃস্বাৰ্থ শুভাকাঙ্ক্ষাই যেন মোক লক্ষ্য স্থিৰ ৰাখি আগবাঢ়ি যোৱাত সহায় কৰিলে। ছাৰৰ সান্নিধ্যত মই যেন জীৱনটোৰ প্ৰত্যেক মুহূৰ্তত আমি কিবা নহয় কিবা শিকিব পাৰো।

গৱেষণাৰ বিষয় হিচাবে অনিবাৰ্য ভাবে আহি পৰিল ক্ষেত্ৰ নিৰীক্ষাৰ বিস্তৃত অধ্যয়ন। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ চুকে-কোণে আৰম্ভ হ'ল মোৰ যাত্ৰা। এই ক্ষেত্ৰত ছাৰৰ সহায় সহযোগ যেন মোৰ জীৱনৰ এক অমোঘ আশীৰ্বাদ।

ছাৰৰ জৰিয়তে চিনাকি হলো মই অসমৰ এটা বৌদ্ধিক সাহিত্যিক মহলৰ লগত। নৱকান্ত বৰুৱা, অজিৎ বৰুৱা, আব্দুল মালিক, বীৰেন্দ্ৰনাথ দত্ত, নগেন শইকীয়া, যোগেন্দ্ৰনাৰায়ণ ভূঞা, প্ৰসেনজিৎ চৌধুৰী, হোমেন বৰগোহাঞি, ডম্বৰু নাথ, দেবৰঞ্জন ধৰ, মানবেন্দ্ৰ ভট্টাচাৰ্য, ৰামপ্ৰসন্ন ভট্টাচাৰ্য প্ৰমুখ্যে ব্যক্তিৰ মধুৰ সান্নিধ্য লাভৰ মোৰ সৌভাগ্য ঘটিল। গৱেষণাৰ পৰবৰ্তী কালতো এই সকল বিশিষ্ট জনৰ লগত মোৰ সম্পৰ্ক ছিন্ন হোৱা নাই। সেয়াও ছাৰৰ উপদেশ— "জ্ঞানী মানুহৰ লগত সদায় যোগাযোগ ৰাখিবা।"

গৱেষণাৰ কামত ক্ষেত্ৰ নিৰীক্ষাৰ ক্ষেত্ৰত মই কোনো অসুবিধাৰ সন্মুখীন হোৱা নাই। ছাৰৰ জৰিয়তে মোৰ সকলো কাম যেন সহজে হৈ যায়। কেতিয়াবা কোনো ঠাইলৈ যোৱাৰ আগতে ছাৰে ফোনত কৈ মোৰ থকা মেলাৰ ব্যৱস্থাও কৰি দিয়ে। ছাৰে মোৰ মনৰ উচ্চাকাঙ্খা জগাই তোলাৰ উদ্দেশ্যেৰেই যেন— আন কোনোবা মানুহৰ লগত মোক চিনাকি কৰাই দিওতে কয়— "মাকুমৰ পৰা আহিছে— মোৰ ছোৱালীৰ নিচিনা, ভাল ছাত্ৰী, পি. এইচ. ডি. কৰি আছে।"

১৯৯৫ চনৰ মে মাহত হঠাতে মোৰ মা অসুস্থ হৈ পৰে। সন্দেহ কেন্সাৰ- - ডাক্তৰে ১০ দিনৰ ভিতৰত বোম্বে টাটা মেমোৰিয়াললৈ লৈ যাবলৈ পৰামৰ্শ দিলে। সেই অপ্ৰত্যাশিত বিপদৰ দিনত মুকুন্দ মাধৱ শৰ্মা ছাৰে যেন অভিভাৱকৰ দৰে আমাৰ কাষত আহি থিয় হ'ল। মই ছাৰক লগ পাবলৈ ডিব্ৰুগড়লৈ আহিলো— ছাৰে মোক সুধিলে টকা পইচাৰ কথা কেনেকৈ কি কৰিম, লগতে এইটোও কলে "কোনো সঙ্কোচ নকৰিবা, কিবা দৰকাৰ হলে মোক কবা। মোৰ আশীৰ্বাদ তোমাৰ লগতে আছে।" অতি কম সময়ৰ ভিতৰত মাক বোম্বেলৈ নিয়া হল। লগত মই, মোৰ দাদা আৰু দুজন ভিনিহিদেউ গ'ল। তাৰ চাৰিদিন পিছত 'শ্ৰীকৃষ্ণ লজ' লৈ ৰাতি ১০ বজাত ছাৰৰ ফোন আহিল "Chief Minister-ৰ

**Fund**- ৰ পৰা মই ১০,০০০ টকা তোমাৰ মাৰ Treatment ৰ কাৰণে লৈছো আৰু বোম্বেলৈ পঠিয়াই দিছো।' এই অভাৱিত খবৰত মই ক্ষন্তেক নীৰব হলো। মৃত্যুপথযাত্ৰী মোৰ মাৰ প্ৰতি এই শ্ৰদ্ধা ছাৰৰ এক বিৰল আদৰ্শ। এই দেবতুল্য মানুহজনৰ প্ৰতি শ্ৰদ্ধা ভক্তিৰে মোৰ মন ভৰি গ'ল।

১৯৯৫ চনৰ শেষৰ ফাল— গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰধান ড° অশোক কুমাৰ গোস্বামীৰ পৰা এখন চিঠি আহিছে— মুকুন্দ মাধৱ শৰ্মাৰ Feliciation Volume "Studies on Indology" প্ৰকাশ পাব, তাৰ বাবে কিবা সহায় কৰিবলৈ। মই ততালিকে আন বহুজনৰ দৰে মোৰ ফালৰ পৰা এটা অৰিহণা পঠিয়াই দিলো।

১৯৯৭ চনৰ জুলাই মাহত মুকুন্দ মাধৱ শৰ্মা ছাৰে উপাচাৰ্যৰ কাৰ্যকাল শেষ কৰি গুৱাহাটীলৈ গুচি গ'ল। ৭ ডিচেম্বৰ ১৯৯৮ চনত মোৰ মা ঢুকাল। ঘৰখনৰ সৰ্বত্ৰ শোকৰ ছাঁ। মই নিজকে বৰ অসহায়—অনাথ যেন অনুভৱ কৰিলো। মাৰ মৃত্যুত মোৰ শোক-সন্তপ্ত পৰিয়ালবৰ্গলৈ ছাৰে লিখিলে— "তোমাৰ পৰম পূজনীয়া মাতৃদেবীৰ বিয়োগবাৰ্তা পাই আমি মৰ্মাহত হৈছো। এই চিঠিৰেই তোমালৈ আৰু তোমালোকৰ শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জ্ঞাপন কৰিছো।"

ইতিমধ্যে ছাৰে কেনিয়াৰ নাইৰোবি বিশ্ববিদ্যালয়ৰ 'ডিপাটমেন্ট অভ্ ৰিলিজিয়াছ ষ্টাডিজ'—ত বিবেকানন্দ আসনৰ অধ্যাপকৰূপে দুবছৰৰ বাবে যোগদান কৰিছিল যদিও শাৰীৰিক অসুস্থতা হেতু কেইমাহমানৰ পিছতে ঘূৰি আহিলে। মই ছাৰক চাবলৈ গুৱাহাটীলৈ আহিছো। লগতে লৈ আনিছো দুটা 'ৰুদ্ৰাক্ষ' (১২ মুখী আৰু ১০ মুখী)। মোৰ দাদা মানিকলাল দাস এজন জ্যোতিষী। অসুস্থতাৰ বাবে ছাৰক ধাৰণ কৰিবলৈ দিছে। ছাৰে ৰুদ্ৰাক্ষ দুটা হাতত লৈ মোৰ দাদাক অন্তৰভৰা আশীৰ্বাদ কৰিলে— "জীৱনত বহু উন্নতি হ'ব, নাম যশৰ অধিকাৰী হ'ব— আশীৰ্বাদ কৰিছোঁ।" ছাৰৰ আশীৰ্বাদ বিফলে যোৱা নাই।

পাৰিবাৰিক ইচ্ছাৰ সহাঁৰি দি মোৰ সৰু দাদাৰ কেচুৱাৰ নাম দিলে ছাৰে— দেবব্ৰত। "মই আশীৰ্বাদ কৰিছো এই লৰাজন ডাঙৰ মানুহ হ'ব।" মোৰ ডাঙৰ দাদাৰ লৰাকো ছাৰে 'আশুতোষ' নাম দি আশীৰ্বাদ কৰিছিল।

মুকুন্দ মাধৱ শৰ্মা ছাৰৰ বিষয়ে লিখিবলৈ গৈ তেখেতৰ সুপত্নী বুলি

বাইদেউৰ কথা নকলে এই লেখা অসম্পূৰ্ণ হ'ব। মাতৃসুলভ মৰম-যত্নেৰে তেখেতে মোৰ জীৱনত যি স্নেহৰ পাত্ৰ ঢালি দিলে— সেয়াও মোৰ জীৱনৰ এক পৰম প্ৰাপ্তি। ২০০৪ চনৰ মাৰ্চ মাহ, মই পি. এইচ, ডি. ৰ ভাইভা দিবলৈ গুৱাহাটীলৈ আহিছোঁ। ভাইভাৰ বাবে চিন্তা কৰি থকাত ছাৰে ক'লে—"সিংহ কখনো ডৰায় না— ভাল থিচিচ লিখেছ, ভাল কথা লিখেছ— চিন্তা কৰাৰ কিছু নেই। নহি, কল্যানকৃৎ কশ্চিৎ দুৰ্গতিম্ তাত গচ্ছতি" (অৰ্থাৎ সৎ কামত নিযুক্ত থকাজনৰ কেতিয়াও কোনো বিপদ নহয়)।"

ভাইভা হৈ যোৱাৰ পাছত মই ছাৰক লগ কৰিবলৈ তেখেতৰ জু-নাৰেঙ্গি ৰোডৰ ফ্লেটলৈ আহিছো। ছাৰক প্ৰণাম কৰোঁতে মোৰ চকুকেইটা পানীৰে ভৰি গল। এই মানুহজন মোৰ জীৱনত কোন? মোৰ ৰক্তৰ লগত তেখেতৰ কোনো সম্পৰ্ক নাই। এবাৰ মোৰ তত্বাৱধায়ক উষা ৰঞ্জন ভট্টাচাৰ্যৰ ঘৰত বাঙালী সাহিত্যিক সুজিৎ চৌধুৰীয়ে মোক কৈছিল— "তুমি খুব ভাগ্যবতী— মুকুন্দ মাধৱ শৰ্মাৰ মত লোকেৰ তুমি আশীৰ্বদ পেয়েছো।" সঁচাকৈ মই ভাগ্যবতী। মুকুন্দ মাধৱ শৰ্মাৰ কন্যাসমা ছাত্ৰী মই। গুৱাহাটী বিশ্ববিদ্যালয়ে মোক 1st class দিয়া নাই কিন্তু মোক দিলে এগৰাকী পিতৃ-তুল্য শিক্ষক, যিজনে মোক ছায়াৰ দৰে ৰক্ষা কৰি আছে সকলো অশুভ বুদ্ধিৰ পৰা, প্ৰেৰণা দি আছে মোক আগবাঢ়ি যাবলৈ। মুকুন্দ মাধৱ শৰ্মা ছাৰৰ ছত্ৰছায়াত বাঙালী, অসমীয়া, নেপালী, বিহাৰী সকলো ৰঙ মিলি একাকাৰ হৈ গৈছে। এয়া ছাৰৰ ব্যক্তিত্বৰ এক মহৎ দিক্।

মুকুন্দ মাধৱ শৰ্মা ছাৰৰ নিকট সান্নিধ্যলৈ মই আহিছো। আজিও ছাৰৰ লগত মোৰ নিয়মীয়াকৈ যোগাযোগ হৈ থাকে। মোৰ ব্যক্তিগত আৰু পাৰিবাৰিক সমস্যা সমাধানতো ছাৰে পৰামৰ্শ দিয়ে আৰু আন ধৰণেও সহায় কৰে। মোৰ ফাইলত ছাৰৰ ২৫ খন মান চিঠি সযত্নে ৰক্ষিত হৈ আছে। মুকুন্দ মাধৱ শৰ্মাৰ মোলৈ শেষ চিঠি মোৰ ভিনিহিদেৱৰ মৃত্যুত ২০০৪ চনৰ আগষ্ট মাহত— "তোমাৰ জ্যেষ্ঠ ভগ্নীপতি মাননীয় আশিষ মিত্ৰ মহোদয়ৰ অকাল বিয়োগৰ খবৰটো পাই আমি বৰ মৰ্মাহত হ'লো।... পৰমেশ্বৰ ভগৱানক প্ৰাৰ্থনা জনাইছো যাতে ভগৱানে তেখেতক (বাইদেউক) এই বিপৰ্যয়ৰ সময়ত ধৈৰ্য ধৰি থাকিবলৈ এটা সুদৃঢ় মনোবল দান কৰে। ভগৱানে যেন তেখেতৰ একমাত্ৰ

পুত্ৰজনকো এই প্ৰতিকূল পৰিস্থিতিত ভাগি নপৰি সাহসেৰে তাক অতিক্ৰম কৰি যাবৰ বাবে শক্তি দিয়ে তাকে কামনা কৰিলো।"

এইজনা গুৰুৱে মোৰ প্ৰতি যি এক অহৈতুকী চেনেহ-মৰম-শুভাশীষ দেখুৱালে ভাবিলেই মোৰ চকু সেমেকি আহে।

মুকুন্দ মাধৱ শৰ্মা ছাৰ মোৰ জীৱনৰ বিৱেক— আশীৰ্বাদ, প্ৰেৰণা, এক শুভবুদ্ধি, যিজনে মোক কয় "মই তোমাৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিম।" ছাৰৰ লগত মোৰ এই সম্পৰ্কক মই ভগৱদিচ্ছা বুলিয়েই ভাবো। এয়ে হয়তো মোৰ পূৰ্বজন্মৰ শুভ কৰ্মফল।

# তস্মৈ শ্ৰীগুৰবে নমঃ

শ্ৰুতিধৰা চক্ৰৱৰ্ত্তী

মোৰ নাম শ্ৰুতিধৰা চক্ৰৱৰ্ত্তী। বন্ধু-বান্ধৱ, আত্মীয়-স্বজনে মোক ৰুমি বুলি মাতে। জীৱনৰ মাজ বাটত থমকি ৰৈ আজি এৰি অহা দিনবোৰলৈ এবাৰ উলটি চাইছোঁ। এজন ব্যক্তিৰ ব্যক্তিত্ব গঠনত জীৱনৰ বিভিন্ন স্তৰত বিভিন্ন জনৰ প্ৰভাৱ পৰে। মোৰ জীৱনত মোৰ ককা-আইতা, মা-দেউতা আৰু মোৰ স্বামীৰ প্ৰভাৱ বিশেষ ভাবে লেখত ল'ব লগীয়া।

মোৰ দেউতা ড° মুকুন্দ মাধৱ শৰ্মা নামৰ ব্যক্তিজনৰ মোৰ ওপৰত কি প্ৰভাৱ পৰিছে ক'বলৈ লওঁতে প্ৰথমেই উল্লেখ কৰিব লাগিব যে এই নামৰ ব্যক্তিজন মোৰ কেৱল পিতৃয়েই নহয়, তেখেত মোৰ পোনপটীয়া শিক্ষাগুৰুও। স্নাতকোত্তৰ মহলাত বিশ্ববিদ্যালয়ৰ শ্ৰেণীত দেউতাই মোক পঢ়ুৱাইছিল। পিছে, শিক্ষক হিচাবে দেউতা কেনেকুৱা, সেই কথা পাঠক সকলে তেখেতৰ আন ছাত্ৰ-ছাত্ৰী সকলৰ লেখনীসমূহৰ পৰা জানিবলৈ পাব। আনহাতে পিতৃ হিচাবে তেখেত কেনেকুৱা সেই কথা মোৰ দুয়োজনী সহোদৰাই অতি বিস্তাৰিত ভাবে, অতি সুন্দৰকৈ ইতিমধ্যে কৈছে আৰু কব (মোৰ কনিষ্ঠা সহোদৰা যশোধৰা মেধিয়ে ৰচনা কৰা 'জন্মদিনৰ উপহাৰ' শীৰ্ষক গ্ৰন্থখনি এই সন্দৰ্ভত বিশেষ ভাবে দ্ৰষ্টব্য)। তেনেহ'লে দেউতাৰ কথা মইনো কি ক'ম? বিশ্লেষণ কৰি পালো যে মোৰ দেউতা এনে এজন পিতৃ, যিজনে প্ৰদান কৰা শিক্ষা আজিৰ দিনৰ আন দহজন পিতৃয়ে নিজ সন্তানক প্ৰদান কৰা শিক্ষাতকৈ যথেষ্ট বেলেগ। মোৰ এই ক্ষুদ্ৰ লেখনীত মই তাকেহে লিপিবদ্ধ কৰিবলৈ মনস্থ কৰিছোঁ। এই অতি চমু কথা কেইষাৰে যদি কোনো পিতৃ-মাতৃক নিজৰ দায়িত্ব পালনত কিবা

প্ৰকাৰে সহায় কৰে, তেনেহ'লে সেয়ে হ'ব এই লেখনীৰ পৰম সাৰ্থকতা।

একেবাৰে সৰুকালছোৱা মই কটাইছোঁ মোৰ মাৰ দেউতাক আৰু মাকৰ লগত। মোৰ ককা স্বৰ্গীয় গোপী ৰঞ্জন বৰুৱা আৰু আইতা সুৰবালা বৰুৱাকে মই মোৰ প্ৰকৃত দেউতা আৰু মা বুলি ভাবিছিলোঁ। আঁঠবছৰ বয়সলৈকে প্ৰথমতে ডিব্ৰুগড়ত আৰু তাৰপছিত কিছুদিন শিৱসাগৰত মই এইদুয়ো গৰাকী ব্যক্তিৰ মৰমৰ ছাঁত ডাঙৰ-দীঘল হ'লোঁ। ইতিমধ্যে মোৰ দুজনী সৰু ভনীৰ জন্ম হ'ল। সিহঁতৰ মৰমতে ইয়াৰ পাছত মই মা-দেউতাৰ ওচৰলৈ, গুৱাহাটীলৈ গুচি আহিলোঁ।

গুৱাহাটী বিশ্ববিদ্যালয় চৌহদৰ ৩২ নং আৱাসত মা-দেউতা আৰু আমি তিনিজনী বাই-ভনী মিলি পাঁচজনীয়া সংসাৰ। এৰাধৰাকৈ কিছুকাল আমাৰ আইতা (দেউতাৰ মাক) স্বৰ্গীয়া স্বৰ্ণময়ী দেৱীয়ো আমাৰ লগত আছিল আৰু লগতে সময়ে সময়ে দেউতাৰ কেবাজনো ছাত্ৰও থাকিছিলহি।

সৰুৰে পৰা দেখি আহিছোঁ যে মা-দেউতাই ৰাতিপুৱা শুই উঠিয়েই শোৱাকোঠাত থকা ইষ্টদেৱতাৰ ছবিত প্ৰণাম জনায়। দেউতাই গাধুই উঠি দেৱালত থকা সেই ইষ্টদেৱতাৰ ছবিৰ লগতে নিজৰ স্বৰ্গীয় পিতৃ ড° ৰুচিনাৰায়ণ শৰ্মাৰ আৰু পাছলৈ স্বৰ্গীয়া মাতৃ স্বৰ্ণময়ী দেৱীৰ আৰু শহুৰেক স্বৰ্গীয় গোপীৰঞ্জন বৰুৱাৰ ছবিত প্ৰণাম জনায়। সেই ঠাইতে একাদশ শতিকাৰ প্ৰসিদ্ধ কাশ্মীৰী আলংকাৰিক অভিনৱগুপ্তৰ এখন হাতে আঁকা ছবি আছিল। লগতে আছিল কলিকতা বিশ্ববিদ্যালয়ৰ দেউতাৰ শিক্ষাগুৰু সকলৰ ছবি। 'এল্‌বাম'ত ড° ভি. ৰাঘৱন্ নামৰ এজন প্ৰসিদ্ধ সংস্কৃতজ্ঞ পণ্ডিতৰ এখন ছবি আছিল। এইসকলক দেউতাই নিজৰ শিক্ষাগুৰু বুলি মূৰদোঁৱাই প্ৰণাম কৰিছিল। তাৰপিছত মজিয়াত আসন পাতি পদ্মাসন কৰি জপ কৰিছিল আৰু শুদ্ধ মন্ত্ৰোচ্চাৰণেৰে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাইছিল। গধূলি আমি আটাইবোৰে মিলি গোসাঁইঘৰত প্ৰাৰ্থনা কৰিছিলোঁ। ৰাতি শুবৰ সময়ত মা-দেউতাই আকৌ প্ৰাৰ্থনা কৰিহে শুবলৈ গৈছিল। এনে এক আধ্যাত্মিক পৰিবেশত আমি তিনিজনী ডাঙৰ হ'লোঁ। মোৰ মনত পৰে যে দেউতাই মোৰ মনত সৰুৰে পৰা জাগি উঠা আধ্যাত্মিক বিষয়ৰ নানান প্ৰশ্নৰ ধৈৰ্য্যৰে উত্তৰ দি গৈছিল। কোমল মনৰ চঞ্চলতাৰ বাবে কেতিয়াবা ভগবানৰ ওপৰত থকা মোৰ আস্থা আৰু বিশ্বাসৰ ভেটি লৰচৰ হ'ব খুজিলে মই

দেউতাৰ লগত মুকলিভাবে এই বিষয়ে আলোচনা কৰিছিলোঁ। দেউতাৰ ওচৰত মই চিৰকৃতজ্ঞ যে সেইক্ষণবোৰত তেখেতৰ দৃঢ় ভগবদ্ বিশ্বাসে আৰু মোৰ প্ৰতি গুৰুৰ দৰে প্ৰদান কৰা উপদেশ সমূহে মোক আধ্যাত্মিক দিশত আগুৱাই যাবলৈ বিশেষভাবে উদগনি দিলে। পৰমেশ্বৰৰ প্ৰতি অচলা ভক্তি জীৱনৰ সৰু-বৰ ঘাত-প্ৰতিঘাত সমূহৰ সম্মুখীন হোৱাৰ ক্ষেত্ৰত মহৌষধস্বৰূপ— মোৰ এই বিশ্বাসৰ ভেটি স্থাপন হ'ল দেউতাৰ শিক্ষাৰ ফলতে।

১৯৮২ চনত মই স্নাতকোত্তৰ মহলাৰ অন্তিমবৰ্ষ পালোঁগৈ। মা-দেউতাৰ মনত চিন্তা। তিনিজনীকৈ ছোৱালী বিয়া দিব লাগে। মই তেওঁলোকৰ প্ৰথমা সন্তান। এনেতে হঠাতে এদিন বিশ্ববিদ্যালয়তে অধ্যাপনা কৰি থকা ল'ৰা এজনক দেউতাই লগ পালে। ল'ৰাজনক দেউতাৰ বৰ ভাল লাগিল আৰু প্ৰথম দৃষ্টিতে তেখেতে স্থিৰ কৰি পেলালে যে ভগবানে কৰিলে এই ল'ৰাজনলৈকে মোক বিয়া দিব। অবিভক্ত গোৱালপাৰা জিলাৰ বইটামাৰী নামৰ সৰু ঠাইখনৰ শালবাৰী নামৰ গাঁৱখনত ল'ৰাজনৰ ঘৰ। গ্ৰাম্যজীৱনৰ লগত তেতিয়াও কোনো পৰিচয় নাই মোৰ। কিন্তু দেউতাই গাঁৱলৈ বিয়া দিব খুজিছে বুলি মোৰ মনত লেশমাত্ৰও দ্বিধাৰ ভাব নাহিল। মই জানো, এইয়া মোক মোৰ মা-দেউতাই প্ৰদান কৰা সংস্কাৰৰ ফল। বিয়া ঠিকহোৱাৰ পাছতহে আমি সকলোৱে জানিব পাৰিলোঁ যে পৰিয়ালটো যথেষ্ট অৱস্থাপন্ন আৰু সুসংস্কাৰযুক্ত। এইয়া যেন ভগবানৰে দান।

১৯৮৩ চনৰ মাজভাগত আমাৰ বিয়া হ'ল। বিয়াৰ দিনা ৰাতিপুৱা ঠিক দহ বজাত আমাৰ ঘৰত এঘন্টাৰ বাবে ভজনৰ অনুষ্ঠান হ'ল। সকলোৰে মন চুই যোৱা অভূতপূৰ্ব সুন্দৰ পৰিবেশ। মই নিজে ভজন গাই প্ৰভুৰ চৰণত মোৰ ভৱিষ্যত সমৰ্পণ কৰিলোঁ। মোৰ জীৱনত যি ঘটিবলৈ ধৰিছে তাত মোৰ কোনো হাত নাই। সম্পূৰ্ণ ভগৱদিচ্ছা। ভজনৰ সময়ত উপস্থিত সকলোৰে চকু সেমেকি উঠিল।

কালিদাসে ৰচনা কৰা 'অভিজ্ঞানশাকুন্তলম'ত শকুন্তলাই যেতিয়া পতিগৃহলৈ যাবৰ বাবে দেউতাক কণ্বমুনিৰ পৰা বিদায় লৈছে, তেতিয়া কণ্বমুনিয়ে তেওঁক উপদেশ দি কৈছে—

"শুশ্রূষস্ব গুরুন্ কুরু প্রিয়সখীবৃত্তিং সপত্নীজনে
ভর্তুর্বিপ্রকৃতাহপি ৰোষণতয়া মা স্ম প্ৰতীপং গমঃ।
ভূয়িষ্ঠং ভব দক্ষিণা পৰিজনে ভাগ্যেষ্বনুৎসেকিনী
যান্ত্যেৱং গৃহিণীপদং যুৱতয়ো বামাঃ কুলস্যাধয়ঃ।।"

অৰ্থাৎ— 'তুমি (পতি গৃহলৈ গৈ) গুৰুজনৰ সেৱা-যত্ন কৰিবা, সপত্নীসকলৰ লগত প্ৰিয়সখীৰ দৰে ব্যৱহাৰ কৰিবা, পতি কিবা কাৰণত অসন্তুষ্ট হ'লেও তেওঁৰ লগত খঙতে কাজিয়া নকৰিবা, ঘৰুৱা কামত সহায়কাৰী সকলৰ প্ৰতি বৰ মৰমেৰে আচৰণ কৰিবা, নিজৰ ভাগ্যক লৈ উৎফুল্লিত নহ'বা। যিসকল যুৱতীয়ে এনেদৰে আচৰণ কৰে তেওঁলোকহে গৃহিণী হ'ব পাৰে। ইয়াৰ বিপৰীতে আচৰণ কৰা সকল কুলৰ বাবে অমঙ্গলৰ কাৰণ হয়ও।

মোৰ বিয়াৰ দিনা আগবেলা দেউতাই কামৰ মাজতে সময় উলিয়াই মোক মোৰ চিৰপৰিচিত উপৰোক্ত কবিতাটিৰ কথা মনত পেলাই দিলে। লগতে আৰু ক'লে— 'আচলতে কালিদাসে ৰচনা কৰা এই কবিতাটি সকলোৰে বাবে সকলো কালতে প্ৰণিধানযোগ্য। সময়ৰ পৰিবৰ্ত্তনৰ লগত ৰজিতা খুৱাই তুমি ইয়াৰ 'সপত্নী' শব্দৰ ঠাইত বৰ্ত্তমানৰ পৰিয়াল সমূহত থকা ন-কইনাজনীৰ ননদ, জা আদি আন সমবয়সীয়া মহিলাসকলৰ কথা বুজিব লাগিব। তোমাৰ ননদ কেইজনীক আজিৰ পৰা তোমাৰ পৰম বন্ধু বুলি জানিবা। আজিৰ পৰা তোমাৰ পতিৰ গৃহেই তোমাৰ গৃহ। তোমাৰ স্বামীৰ পিতৃ-মাতৃহে তোমাৰ প্ৰকৃত পিতৃ-মাতৃ। তেখেতসকলক ভক্তি কৰিবা। অতদিনে বহুত পঢ়াশুনা কৰিলা। এতিয়া ভালদৰে ঘৰ-সংসাৰ কৰাৰ দায়িত্ব আহি পৰিল।' এই কথাখিনি মই মনত গাঁঠি ল'লোঁ।

বিয়াৰ পাছদিনা পতিগৃহত মোৰ প্ৰথম পদক্ষেপৰ ক্ষণত দেউতাই দিয়া উপদেশৰ কথা মই মনত পেলালোঁ। মই নিজকে নিজে ক'লোঁ— 'এইখনহে মোৰ আচল ঘৰ। এই ঘৰখনৰ সদস্যসকলৰ লগত মোৰ জন্মজন্মান্তৰৰ সম্পৰ্ক।' মোৰ এই স্বগতোক্তিয়ে পৰিয়ালটোৰ লগত অলপো অসুবিধা নোহোৱাকৈ সম্পূৰ্ণভাবে এক হৈ যোৱাত মোক সহায় কৰিলে। আজি বাইশ বছৰৰ পিছত সেই মুহূৰ্তটোৰ কথা মনত পেলাই দেখিছোঁ যে পিতৃ-মাতৃৰ উপদেশে এজন ব্যক্তিৰ জীৱনত যথেষ্ট প্ৰভাব পেলায়।

এইখিনিতে মই বিশেষভাবে উল্লেখ কৰিব লাগিব যে মোৰ বিয়াৰ দিনা মায়ে মনতে বৰ কষ্ট পাইছিল। বিদায়পৰত মায়ে কিন্তু মোৰ স্বামীক মোৰ বিষয়ে একো নক'লে। বৰঞ্চ মোৰ দেওৰ পল্লবক আৰু ননদ বিনীতাক মাতি আনি কান্দি কান্দি ক'লে— 'আমাৰ ছোৱালীজনী বৰ সৰল। আজিৰ পৰা তাইক তোমালোকৰ মাজৰে এজনী ভনী বুলি ভাবিবা। সকলো শিকাই বুজাই ল'বা।' সঁচাকৈয়ে মোৰ ননদ-দেওৰ কেইজনক পাই মই মোৰ বন্ধুসমা ভনীদুজনীৰ অভাব পাহৰি গ'লোঁ।

বিয়াৰ তিনিদিন পিছত মোৰ মা-দেউতা আৰু ভনীদুজনী আমাৰ বইটামাৰীৰ ঘৰলৈ গ'ল। মা-দেউতাই মোক আকৌ উপদেশ দিলে— 'ঘৰখন দেখিছা নহয়। এওঁলোক বৰ সু-সংস্কাৰসম্পন্ন মানুহ। ঘৰৰ কামবনত সহায় কৰা মানুহখিনিক ইমান নিজৰ কৰি লৈছে! ভুলতো কেতিয়াও এই সহায়কাৰী মানুহখিনিক অনাদৰ নকৰিবা।' মই আকৌ এবাৰ কণ্বমুনিৰ উপদেশখিনি মনত পেলালোঁ।

দেউতাই আকৌ ক'লে— 'মোৰ এটা কথা সদায় মনত ৰাখিবা। জীৱনত আৰ্থিক দিশটো বৰ গুৰুত্বপূৰ্ণ। কিন্তু স্বামী-স্ত্ৰীৰ মাজত মোৰ পইচা— তোৰ পইচা বুলি কোনো ভাগ থাকিব নালাগে। এইটোৱে দুয়োৰে মাজলৈ দূৰত্ব আনে। আৰু, এজনৰ খং উঠিলে আনজন মনে মনে থাকিবা। খং কমিলে দুয়ো বহি আলোচনা কৰি মতৰ পাৰ্থক্য দূৰ কৰি ল'বা, লগতে ইয়াকো নাপাহৰিবা যে ঘৰৰ আটাইবোৰ লগ হৈ একেখন 'টেবুল'তে বহি খোৱা-বোৱা কৰাটো অতি জৰুৰী কথা। ই পৰিয়ালটোৰ সদস্যসকলৰ মাজত একতাৰ জৰীডাল মজবুত কৰে।'

দেউতাৰ এই উপদেশ সমূহে মোক গৃহিণীৰ মৰ্য্যাদা লাভ কৰোৱাইছে নে নাই নাজানোঁ, কিন্তু মোৰ স্বামীৰ ঘৰখনৰ লগত একাত্ম হৈ যোৱাত মোক বিশেষভাবে সহায় কৰিছে। এনে পিতৃ-মাতৃ চিৰ নমস্য। 'তস্মৈ শ্ৰী গুৰবে নমঃ।'

***

# ড° মুকুন্দ মাধৱ শৰ্মা ছাৰ :
# দূৰৈৰপৰা ওচৰলৈ

প্ৰদীপজ্যোতি মহন্ত

Robert Lynd এ তেওঁৰ "Window View" নামৰ কৌতুকভৰা ৰচনাখনত পাৰ হৈ যোৱা দিনবোৰৰ অভিজ্ঞতাৰাজিলৈ মনৰ খিৰিকিৰে চাই পঠিয়ালে হোৱা অনুভূতিৰ সৰস বৰ্ণনা দাঙি ধৰিছে। অতীতৰ বিষাদক্লিষ্ট, টেঙা লগা ঘটনাবোৰো স্মৃতিৰ সেই জলঙাৰে উপভোগ্য হৈ পৰে। তাতে যদি সেই অভিজ্ঞতা মধুক্ষৰা হয়, তেনেহ'লে সেই স্মৃতিবোৰো অধিক আনন্দসিক্ত হয়। ড° মুকুন্দমাধৱ শৰ্মা ছাৰৰ বিষয়ে, ব্যক্তিগত সান্নিধ্যৰ বিষয়ে একাষাৰ লিখিবলৈ বুলি ল'ওতে বিষয়ৰ বাটচ'ৰাতেই এই প্ৰসংগটো মনলৈ আহিল। ড° মুকুন্দ মাধৱ শৰ্মাৰ পাণ্ডিত্যবাৰিধিস্নাত হোৱাৰ সুযোগ তেনেদৰে ঘটা নাই, নাছিলো তেখেতৰ পোনপটীয়া ছাত্ৰও অথবা সংস্কৃত ভাষা-সাহিত্য-দৰ্শন-ধৰ্মশাস্ত্ৰ ঐতিহ্যৰ অমৃতস্ৰাৱী স্ৰোতস্বিনী ধাৰাৰ সোৱাদ ল'ব পৰা সুপাত্ৰও নহওঁ। কিন্তু ড° শৰ্মা ছাৰৰ ব্যক্তিত্ব আৰু পাণ্ডিত্যৰ আঁশৈশৱ এজন দূৰৰ অনুৰাগীৰূপেই প্ৰসংগটো অৱতাৰণা কৰিবলৈ মন গৈছে। ক্ষমতাসীন ৰাজনৈতিক নেতাৰ সুৰক্ষাৰ বেৰাটাও বহু প্ৰকাৰ দৰে ড° শৰ্মা ছাৰৰ দৰে বিশাল পাণ্ডিত্যৰ গৰাকীৰ চৌপাশেও আছে শিক্ষাৰ্থী, গুণগ্ৰাহী, প্ৰভাৱপুষ্ট ব্যক্তিৰ বেৰা তৰপীয়া বহু সেই সকলে তেখেতৰ ব্যক্তিত্ব আৰু কৃতিৰ সুগুণৰ দিশত পোহৰ সিঁচিব পাৰিব। মই কেৱল ড° শৰ্মা ছাৰৰ সান্নিধ্যলৈ, দূৰৰপৰা ওচৰলৈ অহা স্মৃতিৰ বাটটোহে আঁকিয়াব খুজিছো। লগতে উনুকিয়াব খুজিছো, শিক্ষক-ছাত্ৰ, পাৰিবাৰিক সম্পৰ্কৰ দূৰৰ অনুৰাগীলৈও তেখেতৰ স্নেহ স্পৰ্শ কেনেদৰে বিয়পিব পাৰে।

১৯৭০ চনৰ কথা। আমি যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত স্নাতক মহলাৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। তেতিয়াৰ এবছৰীয়া প্ৰাক্ বিশ্ববিদ্যালয়ৰ বিজ্ঞান শাখাৰপৰা স্নাতক মহলাত কলা শাখালৈ বাগৰ মাৰি পৰাই-নোৱাৰাই সংস্কৃতকো অন্যতম বিষয়ৰূপে লৈছো। স্কুলত পঢ়ি থকা সময়ত পূজা আৰু বিহুৰ যান্মাসিক পত্ৰিকাৰূপে ওলোৱা নীলাচল আলোচনীৰ কোনোবা এটা সংখ্যাৰ 'উপমা কালিদাসস্য' নামৰ প্ৰবন্ধ এটা পঢ়ি বৰ ভাল লাগিছিল। তেতিয়ালৈকে কালিদাসৰ শকুন্তলম্ বা অন্যান্য কাব্য দেখাই নাই (এতিয়াও শকুন্তলম্ বা মেঘদূতৰ পাত লুটিয়াবলৈও ইয়াৰ মহত্বৰ দীঘ-বাণিৰ উমান পোৱাই নাই)। কিন্তু তাৰ কিছু শ্লোকৰ উদ্ধৃতিয়ে মনত পুলকৰ বা ছটিয়াই গৈছিল। আনন্দৰ সেই অনুভূতিৰ কোলাত দোলা দি আছিল সেই প্ৰবন্ধৰ লেখৰ ড° মুকুন্দমাধৱ শৰ্মা নামটোৱে কিছু দিনলৈ। কলেজত পঢ়া সেই বছৰতে কোনোবা এটা সময়ত দেখিলো *উপমা কালিদাসস্য* (১৯৭০) শীৰ্ষক ড° শৰ্মাৰ প্ৰবন্ধসংকলনৰ বিজ্ঞাপন। কলেজৰ সংস্কৃতৰ শ্ৰেণী কোঠাত অধ্যাপিকা কেশদা মহন্তই 'অভিজ্ঞান শকুন্তলম'ৰ বিষয়ে দিয়া পাঠ আৰু ড° শৰ্মাৰ সেই প্ৰবন্ধ আগতে পঢ়াৰ আনন্দ মিলাই গ্ৰন্থখন সংগ্ৰহ কৰি ড° মুকুন্দমাধৱ শৰ্মাৰ পাণ্ডিত্যৰ বিষয়ে অনুভৱ প্ৰগাঢ় হ'ল। তাৰ দিনচেৰেকৰ পিছতে আমাৰ কলেজত ছাত্ৰ একতা সভাৰ উদ্যোগত ড° মুকুন্দমাধৱ শৰ্মাক ডি. লিট্ সম্মানেৰে ভূষিত হোৱা বাবে সম্বৰ্দ্ধনা জনোৱা হৈছিল। যোৰহাটৰ হোৱাৰ উপৰিও তেখেত আমাৰ কলেজৰ এসময়ৰ ছাত্ৰ আৰু শিক্ষক হোৱা হেতুকে তেখেতৰ কৃতিত্বৰ গৌৰববৃক্ষৰ ছাঁত সেই কলেজৰে ছাত্ৰৰূপে আমিও যেন জুৰ লৈছিলো। সম্বৰ্দ্ধনা অনুষ্ঠান উদ্যোক্তা কলেজৰ ছাত্ৰ একতা সভাৰ তেতিয়াৰে সম্পাদক সহপাঠী বন্ধু প্ৰয়াত অমৃত ঠাকুৰৰ সৈতে সভা আয়োজনৰ শ্ৰমৰ সহযোগী হৈ আনন্দৰ বিদ্যুৎ প্ৰবাহ অনুভৱ কৰিছিলো ড° মুকুন্দমাধৱ শৰ্মাক কাষতে দেখি, মাজে মাজে সুললিত সংস্কৃতত কোৱা সুমিষ্ট ভাষণ শুনি। ব্যক্তিগত পৰিচয় নোহোৱাকৈয়ে দূৰৰ আনন্দবোধক পৰিচিতিৰেই সেইবাৰলৈ ৰ'লো।

স্নাতক মহলা অতিক্ৰম কৰি গুৱাহাটী বিশ্ববিদ্যালয়ত ১৯৭২ চনত ইংৰাজী বিভাগত নাম ভৰ্তি কৰিবলৈ আহিয়েই দূৰৰপৰা কাষলৈ যোৱাৰ অভিপ্ৰায়েৰে প্ৰথমেই ড° মুকুন্দমাধৱ শৰ্মাৰ বহালৈ গ'লো। সন্ধিয়া সময়। দুৱাৰত টোকৰ মাৰিলো। শ্ৰীযুতা বাইদেউ ওলাই আহি পৰিচয় সুধিলে আৰু বহিবলৈ দিলে। চ'ৰাঘৰত সোমায়েই দেখিলো, কম পোহৰ থকা কাষৰ কোঠাত তেখেতে

ইমূৰৰপৰা সিমূৰলৈ এটা বিশেষ বেগৰ ব্যায়ামৰ আৰ্হিত খোজ দি আছে। বাইদেৱে সংবাদ দিলে— "ছাৰ, আপোনাক লগ কৰিবলৈ শিৱসাগৰৰ ল'ৰা এজন আহিছে। বাইদেৱে তেখেতক "ছাৰ" সম্বোধনেৰে মাতিছে— ইও আছিল প্ৰথম সাক্ষাতৰ আন এক পুলক। কেইমুহূৰ্তমান পিছত ব্যায়াম সামৰি তেখেত ওলাই আহিলত শ্ৰদ্ধা আৰু সন্মানেৰে থিয় হৈ প্ৰথমবাৰৰ বাবে "ছাৰ" সম্বোধন কৰিলো। স্মিতহাস্যবদন আৰু মৰম মিহলি মাতেৰে তেখেতে মোৰ পৰিচয় ল'লে আৰু গুৱাহাটী বিশ্ববিদ্যালয়লৈ যেন আদৰণি জনালে। প্ৰথম সাক্ষাততে বিভিন্ন কথাৰ মাজতে ছাৰে সুধিছিল— "ছাত্ৰ ৰাজনীতিত জড়িত আছা নেকি? বিশ্ববিদ্যালয়লৈও তেনে আগ্ৰহেৰে আহিছা নেকি?" নেতিবাচক উত্তৰ দিয়াৰ লগতে দুই চাৰিকথাৰে প্ৰথম সাক্ষাত সামৰি বিদায় ল'লো। দূৰৰপৰা ড° মুকুন্দমাধৱ শৰ্মাছাৰৰ কাষচপাৰ সেয়ে আৰম্ভণি।

সেই যে কাষলৈ গৈ থিয় হ'লো ১৯৭২ চনৰ আগষ্টমাহৰ কোনোবা এটা সন্ধিয়া তাৰ পৰৱৰ্তী দশকবোৰত ছাৰৰ অনুভৱশীল, মৰমসনা সান্নিধ্যৰে উপকৃত-অনুগৃহীত হৈছো, বিশ্ববিদ্যালয়খনৰ সামগ্ৰিক বিদ্যায়তনিক পৰিমণ্ডলত তেখেতৰ উপস্থিতি আৰু ব্যক্তিত্বৰ প্ৰভাৱ বা স্পৰ্শ অনুভৱ কৰিছো, সময়ে সময়ে কোনো কোনো বিষয়লৈ আলোচনাত বহিছো। এই দিনবোৰৰ কোনোটোতেই তেখেতৰ কাষৰ পৰা ঘূৰি আহোঁতে অভাৱগ্ৰস্ত, অপূৰণ মন লৈ আহিব লগা হোৱা নাই। সদায় যেন 'আগবাঢ়ি গৈ থাকা, ভাবৰ অনুপ্ৰেৰণাশীল, আশিস্‌ভৰা মনটোৰে ঘৰৰপৰা আগবঢ়াই বিদায় দিছে। শ্ৰেণীকোঠাৰ পোনপটীয়া শিক্ষক নহৈও যেন ড° শৰ্মা ছাৰ সদায় মোৰ বাবে মোৰ জীৱন এষণাৰ শিক্ষক আৰু পথপ্ৰদৰ্শক।

ছাত্ৰৰাজনীতিত কাহানিও নাই বা ৰাজনীতি কৰাৰ বাসনা নাই বুলি ছাৰক প্ৰথম সাক্ষাতত কৈ আহিছিলো যদিও বিশেষ পৰিস্থিতিত, ছাত্ৰাবাসৰ বন্ধুবৰ্গৰ পেলাব নোৱৰা মৰমৰ হেঁচাত স্নাতকোত্তৰ ছাত্ৰ সন্থাৰ নিৰ্বাচনত নামি বিষয়ববীয়া হ'ব লগা হ'ল। ড° শৰ্মা ছাৰক বিব্ৰতবোধেৰে কথাষাৰ জনাবলৈ যাওঁতে ছাৰে পুনৰ একে আগ্ৰহেৰে ক'লে— "বিশ্ববিদ্যালয়ৰ ছাত্ৰজীৱনৰ ইও এক বিশেষ সুখকৰ অভিজ্ঞতা। কেৱল অধ্যয়ন আৰু সাধুতাৰ পথৰপৰা বিচলিত নহ'বা। বিশ্ববিদ্যালয়ৰ ছাত্ৰ জীৱন সামৰি আকাশবাণীৰ শিলচৰ কেন্দ্ৰত যোগদান কৰি ছাৰক জনাওঁতে সেই একে আশিস্‌ভৰা উত্তৰ। আকাশবাণীত চাকৰি কৰি থাকোতেই ছাৰক বিয়ালৈ মাতিবলৈ যাওঁতে কন্যাৰ খবৰ লৈ সুধিলে "অসবৰ্ণ

বিবাহ নেকি?” পিছপাকতে ছাৰে ক'লে, “অসবৰ্ণ বিবাহৰ মই বিৰোধীতো নহয়েই, সমৰ্থকহে, জানিবৰ বাবেহে কথাষাৰ সুধিছো।” মইও হাঁহি জনালো যে সবৰ্ণহে। ঔদাৰ্য আৰু স্নেহময়তাৰে প্ৰতিনিয়ত সিক্ত ছাৰৰ এই অমিয়াসনা ব্যক্তিত্বই কতজনক কতভাবে অনুপ্ৰাণিত, আশিসধন্য আৰু অনুগৃহীত কৰিছে!

আকাশবাণীৰ চাকৰি এৰি কলেজৰ শিক্ষকতাত সোমালত ছাৰে কৈছিল— “ঘৰৰ ল'ৰা ঘৰলৈ আহিলা, ভালেই পালো, পিছে তাতো তোমাৰ সুখ্যাতি শুনিছিলো, ভাল হ'লহেঁতেন। তোমাৰ দৰে মানুহৰ প্ৰয়োজন আছিল।” ছাৰৰ গোট গোট বাক্য কেইষাৰত প্ৰকাশ পোৱা আস্থাৰ সুৰটোৱে যেন মোৰ হৃদয়ক মাটিৰপৰা আকাশলৈ তুলিছিল। কলেজত কাম কৰি থক' কালতে বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি গৱেষণা বিভাগত শ্ৰদ্ধেয় শিক্ষাগুৰু ড° বীৰেন্দ্ৰনাথ দত্তৰ তত্ত্বাৱধানত গৱেষণাৰ কাম কৰি থাকোতে শ্ৰীমন্ত শঙ্কৰদেৱৰ সাহিত্য সৃষ্টি সম্পৰ্কত উৎসুক্য বশতঃ ছাৰৰ কাষত বহি দুই চাৰি প্ৰসংগৰ অৱতাৰণা কৰিছিলো। এদিন আলোচনাৰ মাজতে আগশুৰি নোহোৱাকৈ ছাৰে কৈ উঠিল, “তুমি বিশ্ববিদ্যালয়লৈ শিক্ষক হৈ আহিবা।” মই অপ্ৰস্তুত হৈ ক'লো, “সেয়া সম্ভৱ হৈ নুঠিব— মোৰ কেবাটাও কাৰিকৰী আহুকাল আছে। ছাৰে কিয় ক'লে তেনেকৈ?” ছাৰে পুনৰ ক'লে, “মোৰ মুখেদি ওলাল, হ'ব, সকলো আহুকাল আতৰিব।”

গৱেষণাৰ কাম সম্পূৰ্ণ হোৱাৰ আগত ১৯৮৬ চনমানতে ছাৰে কোৱা কথা ১৯৯৫ চনত সঁচাকৈয়ে ফলিয়ালে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত যোগদান কৰাৰ সুযোগ আৰু সৌভাগ্য ঘটিল। ড° শৰ্মা ছাৰ তেতিয়া ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য পদ সামৰি ঘূৰি আহিছে। ছাৰক দেখা কৰি সম্বাদটো দিওঁতে সেই স্মিতহাস আৰু মৰমসনা মাতেৰে তেখেতে ক'লে, “বৰ আনন্দ পালো। এতিয়াহে তোমাৰ কামৰ আচল আৰম্ভণি হ'ব।” লগতে মোৰ Ph.D হোৱাৰ আগতেই তেনেই অপ্ৰস্তুতিপৰ্বতে তেখেতে কৰা ভৱিষ্যবাণীটোৰ কথা কোৱাত ছাৰে ক'লে, “কিবা ছাঁগে মনত ভাব হৈছিল, কৈছিলো।”

পাৰ হৈ যোৱা বছৰবোৰত ছাৰক সময়ে সময়ে বিভিন্ন প্ৰকল্পত টানিছো, আজুৰিছো তেখেতৰ চিন্তা আৰু পাণ্ডিত্যৰে আমাৰ প্ৰয়াসৰ বল বঢ়াবলৈ, সম্ভৱপৰ স্থলত ছাৰে নিমন্ত্ৰণৰ শৰাই গ্ৰহণকৰি তেখেতৰ পাণ্ডিত্য আৰু সৰস উপস্থিতিৰে সেইবোৰ অনুষ্ঠান আৰু মুহূৰ্ত ভৰাই তুলিছে। ১৯৮৯ চনত শঙ্কৰদেৱ অধ্যয়ন ক্ষেত্ৰ নামৰ সংস্থাটোৰ উদ্যোগত গহনচন্দ্ৰ গোস্বামী সোঁৱৰণী বক্তৃতামালাৰ তৃতীয় বক্তৃতা প্ৰদান কৰিবলৈ নিমন্ত্ৰণ কৰোতে ড° শৰ্মাছাৰে

শ্ৰীমন্ত শঙ্কৰৰ শৈশৱ আৰু শিক্ষা সংস্কৃতিৰ পৰিমণ্ডলৰ দিশটোৰ বিশ্লেষণ আৰু সুন্দৰ উপস্থাপনেৰে এটি মনোজ্ঞ বক্তৃতা দি শঙ্কৰদেৱ অধ্যয়নৰ নতুন দিশ এটাৰ প্ৰতি আমাৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিলে। বিভিন্ন সময়ৰ সেই টোকা বহীখন ক'ৰবাত হেৰলুকি দিয়াত সেই বক্তৃতাটো লিখিতৰূপত তেখেতে আমাক দিব নোৱাৰিলে আৰু নানান কামৰ হেঁচাত পুনৰ সেইফালে মনোনিবেশ কৰি বিষয়টো reconstruct কৰিবলৈ আহৰি নাপালে। আমাৰো আশা অপূৰণ হৈ ৰ'ল।

আকাশবাণীত চাকৰি কৰা কালছোৱাত বিশেষকৈ কথকতাৰ দিশত ছাৰৰ বচনলালিত্যৰ দিশটোৱে আমাক সদায় মোহিত কৰিছিল। সংস্কৃত সাহিত্য, শাস্ত্ৰ সম্বন্ধীয় বিভিন্ন কঠিন বিষয় সুমধুৰ কথনভংগিমাৰে তেখেতে শ্ৰোতৃমণ্ডলীৰ মনৰ দুৱাৰমুখত সদায় সমুপস্থিত কৰোৱাইছিল। সত্তৰৰ দশকত আকাশবাণী গুৱাহাটীয়ে পাতনি মেলা সংস্কৃতভাষা শিক্ষাৰ অনুষ্ঠানৰাজিত তেখেতে সংস্কৃত ভাষা আৰু সাহিত্যৰ বচা বচা দিশৰ চয়নেৰে মনোমুগ্ধকৰ ৰূপত দুজনমান গুণী শিক্ষাৰ্থীৰ সৈতে কথোপকথনৰ মাধ্যমেদি উপস্থাপন কৰিছিল। সেই অনুষ্ঠানৰাজিৰ উপৰিও আকাশবাণী গুৱাহাটী কেন্দ্ৰই প্ৰযোজনা কৰা ভালে কেইখন সংস্কৃত নাটকৰ প্ৰচাৰপৰ্বত ড° শৰ্মাছাৰে উপদেশ, দিহা-পৰামৰ্শ প্ৰদান কৰাৰ উপৰিও খনচেৰেক নাটকত বিভিন্ন পাত্ৰৰ ভূমিকাত অৱতীৰ্ণ হৈ অনাতাৰ নাট্যশৈলীৰ অভিনয়কলাত ব্যুৎপত্তিৰ পৰিচয়ো দিছিল। এই দিশৰ কেবাটাও অনুষ্ঠানৰ প্ৰয়োজনা পৰ্বৰ সৈতে প্ৰত্যক্ষ-পৰোক্ষস্তৰত জড়িত হৈও ছাৰৰ সাহচৰ্যৰ আনন্দ লাভ কৰাৰ সুযোগ ঘটিছিল।

দূৰৰপৰা ওচৰলৈ ব্যক্তিগত সান্নিধ্য-সাহচৰ্যৰ ভঙা-ছিঙা টুকুৰা (anecdote) ৰে এই লেখাৰ পাতণি মেলি, তেনে এক স্মৃতিৰ মুকুতাৰে এই লেখা সামৰিব খুজিছো। আমাৰ একমাত্ৰ সন্তান অন্বেষাই প্ৰায় সাত বছৰ কাল তেওঁৰ অধ্যাপকৰ কাষত সত্ৰীয়া নৃত্যৰ শিক্ষা গ্ৰহণ কৰাৰ পিছত আনুষ্ঠানিক ৰূপত ৰংগ প্ৰৱেশৰ উদ্দেশ্যে ৰবীন্দ্ৰ ভৱনত 'আশীৰ্বাদ' শীৰ্ষক অনুষ্ঠানৰ আয়োজন কৰি (২০০০ চনৰ ১০ জুন) ড° শৰ্মাছাৰৰ আশীৰ্বাদ বিচাৰি নিমন্ত্ৰণ জনালোগৈ। অসুস্থতাবশতঃ তেখেতে সেই অনুষ্ঠানলৈ আহিব নোৱাৰি অন্বেষাৰ নৃত্যজীৱনৰ প্ৰাৰম্ভত সুৱাগুৰি তুলি এযাৰি মোহনমন্ত্ৰযেন 'আশীৰ্বচন' পঠিয়াই আমাৰ যেন 'কৃত কৃত্য' কৰিলে। সেই দিন ধৰি ছাৰৰ সৈতে হোৱা প্ৰতিটো সাক্ষ্যাতত ব্যতিক্ৰমহীনভাৱে ছাৰ আৰু বাইদেৱে অন্বেষাৰ নৃত্য সাধনাৰ বাতৰি লয় আৰু

লগতে কোনোভাবে যাতে এই সাধনাত যতি নপৰে তাৰবাবে সকলো প্ৰকাৰে সহায় কৰিবলৈ উপদেশ দিয়ে।

যোৱা কেইবছৰত সত্ৰীয়া নৃত্যৰ দিশত অন্বেষাই যি কণ অৰ্হতা আৰু অসমৰ ভিতৰে বাহিৰে প্ৰতিষ্ঠা লাভ কৰিছে তাৰ গুৰিত তেওঁৰ অধ্যাপক শ্ৰীঘনকান্ত বৰা বৰবায়নৰ শিক্ষাৰ লগতে যেন ড° শৰ্মা ছাৰ আৰু বাইদেউৰ মংগলাশীৰ্বাদৰ প্ৰভাবো আছে। তাহানিৰ ছাত্ৰজীৱনত ছাৰৰ স্নেহ আৰু আশিসেৰে পুষ্ট হৈ গতিপথত আগবাঢ়িছিলো, আমাৰ সন্তানলৈকো সেই আশীৰ্বাদৰ প্ৰবাহ নিৰন্তৰ চলি আছে। ব্যক্তিগতভাবে এইয়া কম সৌভাগ্যৰ কথা নহয়। অন্তৰ উপচি থকা শ্ৰদ্ধা ভিন্ন দিবহে পৰা নাই কোনো প্ৰতিদান, প্ৰেৰণা আৰু আশীৰ্বাদৰ, সাহায্য-সান্নিধ্যৰ মধুক্ষৰণ আনন্দৰ প্ৰতিদান কোনো দিনা কোনোভাবে দিয়াটোও সম্ভৱ নহয়। কেৱল প্ৰাৰ্থনা ছাৰ সুস্বাস্থ্যেৰে শান্তিৰে পৰমায়ুৰ গৰাকী হওক।

***

# ড° মুকুন্দ মাধৱ শৰ্মাছাৰ ঃ মোৰ ব্যক্তিগত অনুভৱ

**মধুমিতা বৰঠাকুৰ**

'৭০ ৰ দশকৰ কথা। পুৱা ৭-১৫ মিনিটত ৰেডিঅ' যোগে এটা অনুষ্ঠান প্ৰচাৰ হৈছিল। অনুষ্ঠানটো আছিল 'সংস্কৃত শিক্ষাৰ পাঠ'। মই তেতিয়া স্কুলৰ ষষ্ঠ কি সপ্তম শ্ৰেণীৰ ছাত্ৰী। অনুষ্ঠানটোৰ আৰম্ভণী কৰা হৈছিল 'কেয়ূৰা ন বিভুষয়ন্তি পুৰুষম্......' ইত্যাদি সংস্কৃত শ্লোকেৰে। তেতিয়ালৈকে স্কুলত মোৰ সংস্কৃত শিক্ষা আৰম্ভ হোৱাই নাই। সেই সময়ত শ্লোকটোৰ একো অৰ্থ বুজি পোৱা নাছিলো যদিও সুন্দৰকৈ সুৰত গোৱা শ্লোকটোৱে, লগতে পাঠদানকৰা মানুহজনৰ সুন্দৰকৈ অনুষ্ঠানটো পৰিবেশন কৰা কাৰ্য্যই মোক অনুষ্ঠানটোৰ প্ৰতি আকৃষ্ট কৰি তুলিছিল। প্ৰতিদিনেই ৰাতিপুৱা সেই সময়খিনিলৈ আগ্ৰহেৰে বাট চাইছিলোঁ। অনুষ্ঠানটোৰ আৰম্ভণীতে পাঠ গ্ৰহণ কৰা ছাত্ৰ-ছাত্ৰী দুজনৰ 'প্ৰণাম গুৰুদেৱ' আৰু গুৰুদেৱৰ 'দীৰ্ঘায়ু হোৱা', 'দীৰ্ঘজীৱি হোৱা' কথাকেইষাৰে যেন প্ৰাচীন গুৰু শিষ্যৰ পৰম্পৰাটোক আধুনিক মানুহৰ মাজত পুনৰ সজীৱ কৰি তোলাৰ প্ৰয়াস কৰিছিল। অনুষ্ঠানটোৱে মোক বিশেষভাৱে আকৰ্ষণ কৰিছিল অনুষ্ঠানটোত পাঠদান কৰা ড° মুকুন্দ মাধৱ শৰ্মাদেৱৰ মাজে মাজে গোৱা সুন্দৰ উচ্চাৰণৰ সংস্কৃত শ্লোকবোৰে আৰু লগতে বিভিন্ন শাস্ত্ৰৰপৰা দিয়া উদ্ধৃতিবোৰে। তেখেতৰ মাতটোত আছিল এক অদ্ভুত মোহনীশক্তি। যিয়েই মোকো আকৰ্ষণ কৰিছিল গভীৰভাৱে আৰু তেখেতক লগ পোৱাৰ এক দুৰ্বাৰ হেঁপাহ তেতিয়াই মনত পুহি ৰাখিছিলো।

কিন্তু মোৰ এই হেঁপাহ বাস্তবায়িত হৈছিল তাৰো কেইবাবছৰ মানৰ পাছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ স্নাতকোত্তৰ শ্ৰেণীত নাম ভৰ্তি কৰাৰ লগে লগে। যিমানেই ঘনিষ্ঠভাৱে তেখেতক লগ পাইছিলোঁ সিমানেই আকৃষ্ট হৈছিলোঁ তেখেতৰ ব্যক্তিত্বৰ বিভিন্ন দিশবিলাকৰ মুখামুখি হৈ। তেখেতক শিক্ষাগুৰু হিচাবে পাই নিজকে ধন্য মানিছিলোঁ।

বিশ্ববিদ্যালয়ত পঢ়ি থকা সময়ত লক্ষ্য কৰিছিলোঁ প্ৰতিগৰাকী ছাত্ৰ-ছাত্ৰীকে তেখেতে নিজৰ সন্তানৰ দৰে মৰম কৰিছিল আৰু নিজ পিতৃয়ে সন্তানৰ সুখ সুবিধাৰ প্ৰতি সততে চকু ৰখাৰ দৰে তেখেতে বিভাগৰ সকলো ছাত্ৰ-ছাত্ৰীৰ ব্যক্তিগতভৱে খা খবৰ ৰাখি পঢ়া শুনাত উৎসাহ যোগাইছিল। তেখেতৰ সঙ্গীতপ্ৰিয়তাই মোক তেখেতৰ নিকট সংস্পৰ্শলৈ অহাত অধিক সহায় কৰিছিল। 'সাহিত্যসঙ্গীতকলাবিহীনঃ সাক্ষাত্ পশুঃ পুচ্ছবিষাণহীনঃ'। এইকথাষাৰৰ সাৰ্থকতা তেখেতৰ জীৱনদৰ্শনে গভীৰভাৱে উপলব্ধি কৰিবলৈ শিকাইছিল। শ্ৰেণীকোঠাত তেখেতে নিৰ্দিষ্ট বিষয়ৰ উপৰিও ব্যক্তিগত জীৱনৰ কিছুমান গুৰুত্বপূৰ্ণ ঘটনাৰে প্ৰত্যেক ছাত্ৰ-ছাত্ৰীকে ভৱিষ্যতটোক প্ৰত্যাহ্বান হিচাবে গ্ৰহণ কৰিব পাৰিলেহে যে জীৱনত সফলতা লাভ কৰিব পাৰি এই কথাৰ ইংগিত দিছিল। তেখেতৰ জীৱনলৈ অহা নানা ধৰণৰ ঘাত প্ৰতিঘাতে তেখেতৰ জীৱনটো কৰিতুলিছিল বৈচিত্ৰ্যময়। 'সংগ্ৰাম আন এটি নাম জীৱনৰে' এই কথা তেখেতৰ কৰ্মময় জীৱনৰ পাত লুটিয়ালে বহু সময়ত চকুত পৰে। কিন্তু তেখেতৰ ভাষাত সাহসেৰে এই সকলোবিলাকৰ সন্মুখীন হ'ব পৰাতেই জীৱনৰ সাৰ্থকতা।

তেখেতৰ প্ৰবল আত্মবিশ্বাস আৰু উচ্চকাংক্ষাই তেখেতৰ জীৱনৰ উন্নতিৰ সোপানত খৰ খোজেৰে আগবাঢ়ি যোৱাত যথেষ্ট সহায় কৰিছে। তেখেতৰ আত্মবিশ্বাসৰ নিদৰ্শন আমি দেখিছিলোঁ। ডিব্ৰুগড় বিশ্ববিদ্যালয়ত উপাচাৰ্য্য হিচাবে যোগদান কৰাৰ সময়ত। সেই সময়ত বহুতো লোকে নানা ধৰণৰ মন্তব্যেৰে তেখেতক এই পদত যোগদান কৰাত বাধা আৰোপ কৰিবলৈ যত্ন কৰিছিল। কিন্তু তেখেতে এই সকলো মন্তব্য হেলাৰঙে আওকান কৰি নিজৰ মতত অচল হৈ থাকি কৃতকাৰ্য্যতাৰে উপাচাৰ্য্য হিচাবে পাঁচটা বছৰ সমপূৰ্ণ কৰিবলৈ সমৰ্থ হৈছিল। মেক্সিম গৰ্কীয়ে তেওঁৰ আত্মজীৱনী 'My Universities' (অনুঃ হেম

শৰ্মা, "মোৰ জীৱনৰ পঢ়াশালি")ত এষাৰ কথা কৈছিল,— 'যিবোৰ মানুহে মোক ঘঁহি মাজি মাৰ্জিত কৰিবলগা কেঁচামাল বুলি গণ্য কৰিছিল, তেওঁলোকৰ প্ৰতি মই আকৃষ্ট হোৱা নাছিলো। তেওঁলোকে মোৰ মনত আস্থা জগাবও পৰা নাছিল।' ছাৰৰ মাজতো মই সেইসময়ত ক'ব নোৱৰাকৈয়ে মেক্সিম গৰ্কীৰ এই মানসিকতাৰ গোন্ধ পাইছিলোঁ।

আত্মসংযম তেখেতৰ এটা বিশেষ গুণ। কোনো অৱস্থাতে তেখেতক কেতিয়াও ক্ৰোধান্বিত হোৱা আমাৰ দীৰ্ঘদিনৰ সান্নিধ্যত চকুত পৰা নাছিল। সকলো যেন গলাধঃকৰণ কৰি তেখেতে সকলো অৱস্থাৰ সন্মুখীন হ'ব পাৰিছিল।

জীৱন ধাৰণৰ ৰুচিৰ পৰা এজন মানুহৰ ব্যক্তিত্বৰ পৰিচয় বহুখিনি পাব পাৰি। এজন সংস্কৃত পণ্ডিত হিচাবে সচৰাচৰ সকলোৰে মনলৈ যি ভাৱ আহে সেইয়া কিন্তু তেখেতৰ মাজত আমি দেখিবলৈ পোৱা নাছিলোঁ। সাজ-পোচাক, চলন ফুৰন সকলোতে তেখেতৰ এটা আধুনিক মনৰ পৰিচয় পোৱা গৈছিল। ৰুচিসন্মতভাৱে সময়ৰ লগত খাপ খোৱাকৈ সাজ পোচাক পৰিধান কৰাত তেখেতে গুৰুত্ব দিছিল আৰু নিজেও সদায় সুন্দৰ সাজ পোচাকেৰে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল।

ভগৱানৰ ওপৰত থকা অগাধ বিশ্বাসে তেখেতক জীৱনৰ প্ৰতি খোজতেই সাহসেৰে আগবাঢ়ি যোৱাত সহায় কৰাৰ কথা তেখেতে নিজ মুখে স্বীকাৰ কৰে প্ৰায়েই। তেখেতৰ ভাষাত 'ভগৱান হ'ল এনে এটা শক্তি যিয়েই জীৱ শ্ৰেষ্ঠ মানুহক অসৎ চিন্তাৰ পৰা মুক্ত কৰি সৎ পথৰ নিৰ্দেশনা দিয়ে। যিয়েই মানুহক 'মানুহ' হৈ থকাত সহায় কৰে।' গীতাৰ তাত্বিক দৰ্শনৰ দ্বাৰা প্ৰভাবান্বিত ছাৰৰ মাজতো মই দেখিবলৈ পাওঁ 'ভক্তিযোগ'ত বৰ্ণনা কৰাৰ দৰেই ভগৱানৰ প্ৰিয় ভক্তৰ গুণবিলাক

**অদ্বেষ্টা সৰ্ব্বভূতানাং মৈত্ৰঃ কৰুণ এব চ।**
**নিৰ্মমো নিৰহঙ্কাৰঃ সমদুঃখসুখঃ ক্ষমী।।**
**সন্তুষ্টঃ সততং যোগী যতাত্মা দৃঢ় নিশ্চয়ঃ।**
**মৰ্য্যৰ্পিতমনোবুদ্ধিৰ্যো মদ্‌ভক্তঃ স মে প্ৰিয়ঃ।।**

প্ৰত্যেকজন পুৰুষৰ জীৱনৰ উন্নতিৰ আঁৰত থাকে একোগৰাকী নাৰী। ছাৰৰ জিৱনতো বাইদেওৰ প্ৰভাৱ অসীম। এইকথা তেখেতৰ জীৱনীভিত্তিক

উপন্যাস 'জন্মদিনৰ উপহাৰ' পঢ়িলে গভীৰভাবে অনুভৱ কৰিব পাৰি।

**বাণ্যেকা সমলংকৰোতি পুৰুষং য়া সংস্কৃতা ধাৰ্য্যতে।**

**ক্ষীয়ন্তে খলুভূষণানি সততং বাগ্‌ভূষণং ভূষণম্‌।।**

'সুসংস্কাৰ আৰু সুমিষ্ট বচনেহে মানুহৰ প্ৰকৃত শোভাবৰ্দ্ধন কৰে আৰু এয়েহে প্ৰকৃত আভূষণ' ভৰ্ত্তৃহৰিৰ এই উক্তিৰ সাৰ্থক প্ৰতিফলন ঘটিচে ছাৰৰ ব্যক্তিত্বৰ মাজত।

এইজনা বহুমুখী প্ৰতিভাধৰ ব্যক্তিৰ সান্নিধ্য লাভ কৰিবলৈ পোৱাটো নিশ্চয় মোৰ সৌভাগ্য। তেখেতৰ কৰ্মময় জীৱন আমাৰ সকলোৰে পাথেয় হওঁক এই শুভ কামনাৰে ৰবীন্দ্ৰনাথৰ ভাষাতেই তেখেতৰ প্ৰতি মোৰ সশ্ৰদ্ধ প্ৰণিপাত জনাইছোঁ।

লহো এ প্ৰণাম
জীবনের পূৰ্ণ পরিণাম
এ প্ৰণতি পরে
স্পৰ্শ রেখো স্নেহভরে।

***

# দেউতা

**স্মৃতিধৰা চক্ৰবৰ্ত্তী (ৰিমি)**

ডক্টৰ মুকুন্দ মাধৱ শৰ্মাৰ মই দ্বিতীয়া কন্যা সন্তান (মাজু ছোৱালী)। দেউতাৰ বিষয়ে লিখিবলৈ বহুতো কথাই আছে, কিন্তু মোৰ ভাষাৰ মাধ্যমেৰে কিমান সুন্দৰকৈ দেউতাৰ ব্যক্তিত্বক আৰু মোৰ অনুভূতিসমূহ প্ৰকাশ কৰিব পাৰিম সেই বিষয়েহে মোৰ সন্দেহ হৈছে। দেউতাৰ সন্তান যদিও দেউতাৰ অতুলনীয় ব্যক্তিত্বক দাঙি ধৰিবৰ জোখাৰে আৰু দেউতাৰ তত্ত্বাবধানত আমাৰ সৰু পৰিয়ালটোৰ দিনবোৰ যে কিমান সুন্দৰকৈ অতিবাহিত হৈছিল বা এতিয়াও হৈ আছে সেই ছবিখন আঁকিবৰ জোখাৰে শব্দৰ ভাণ্ডাৰ মোৰ লগত নাই।

দেউতাৰ বিষয়ে মোৰ প্ৰথম আৰু প্ৰধান অনুভৱটো হৈছে যে দেউতাৰ অন্তৰখন খুব কোমল, শিশুসুলভ। বাহিৰৰ মানুহে হয়তো ভাবে যে পণ্ডিত মানুহ, ইমান ডাঙৰ শিক্ষাবিদ্, নিশ্চয় খুব নিৰস, কঠোৰ, **reserve type** ৰ মানুহ হ'ব, কিন্তু প্ৰকৃততে সেইটো নহয়। দেউতা একেবাৰে শাস্ত্ৰৰ নৱ ৰসৰ সোৱাদ ভালদৰে বুজি পোৱা মানুহ। দেউতাই চিনেমা চাবলৈ খুব ভাল পায়। T.V. অহাৰ আগতে আমি সৰু সৰু থাকোতে হলত গৈ মাজে মাজে চিনেমা চাইছিল আৰু ৰেডিঅ'ত নাটক শুনিছিল, গান শুনিবলৈ আৰু গাবলৈ খুব ভাল পাইছিল। কিন্তু T.V. অহাৰ পিছত T.V. ত চিনেমা-ছিৰিয়েল আদি চাবলৈ খুব ভাল পাইছিল, এতিয়াও চায়। আমি সৰু থাকোতে দেউতাক সুধিছিলো, 'দেউতা আমি সৰু ছোৱালী, এইবোৰ চাবলৈ ভাল পাওঁ, পিছে আপুনি ইমান লিখা-পঢ়া কৰি থকা মানুহ হৈও এইবোৰ চাবলৈ ভাল পায় কিয় ?' দেউতাই তেতিয়া

উত্তৰত কৈছিল, 'মোৰ লিখা-পঢ়াৰ বিষয়টোও এইবোৰেই। কাব্যৰ নানান দিশক লৈয়েইতো মই বেছিকৈ পঢ়া-শুনা কৰি থাকো।' সাহিত্যৰ নৱ ৰসৰ বিষয়ে দেউতাই আমাক খুব সুন্দৰকৈ বুজাই দিছিল। চিনেমা বা ছিৰিয়েল চালে কাহিনীটোৰ কাব্যিক দিশটোৰ প্ৰতি বিশেষভাৱে লক্ষ্য ৰাখিছিল আৰু আমাক বুজাই দিছিল। দুখ লগা কাহিনী হ'লে খুব সহজে দেউতাৰ চকুপানী ওলায়। এবাৰ মাৰ সৈতে আমি ছোৱালী কেইজনী অমিতাভ বচ্চনৰ 'অভিমান' নামৰ চিনেমাখন চাবলৈ গৈছিলো, সেই সময়তে অসমত T.V. ৰ প্ৰচলন হোৱা নাই। কিবা পঢ়া-শুনাৰ ব্যস্ততাৰ বাবে দেউতা আমাৰ লগত যাব নোৱাৰিলে। আমি ঘূৰি আহিলত দেউতাই শুধিলে, 'কি চিনেমা চালি, মোক গল্পটো ক'ব লাগিব এতিয়া।' একেবাৰে সৰু ল'ৰাৰ নিচিনা। আমি গোটেইবোৰে বহি খুব উৎসাহেৰে গল্পটো কৈ আছো, ইফালে দেউতাৰ চকুপানী বৈ আছে। এই কথাখিনি এইবাবেই বিশেষকৈ লিখিলো কাৰণ দেউতা যে কিমান কোমল হৃদয়ৰ সেই কথাটো মই বুজাবলৈ চেষ্টা কৰিছোঁ। অহংকাৰ ভাব দেউতাৰ একেবাৰেই নাই। বাহিৰত কি কৰে সেই বিষয়ে মই ভালকৈ নাজানো, কিন্তু ঘৰত মা আৰু আমাৰ সন্মুখত কেতিয়াও দাবী নকৰে, খুব শান্তভাৱে থাকে। 'মই ঘৰৰ মুৰব্বী, মই পুৰুষ' এইবোৰ ভাব কেতিয়াও প্ৰকাশ কৰি ঘৰত অশান্তিৰ সৃষ্টি কৰাৰ কথা মোৰ মনত নপৰে।

দেউতাৰ চৰিত্ৰৰ আন এটা কথাত মই বিশেষভাবে মুগ্ধ হৈছিলো সেইটো হৈছে নাৰীৰ প্ৰতি সন্মানৰ ভাব। দেউতাই নাৰীৰ মনৰ কষ্ট খুব ভালদৰে উপলব্ধি কৰিব পাৰে। সৰু কালতে দেউতাক ঢুকুৱাৰ পিছত বিধবা মাক আৰু তিনিগৰাকী বাইদেউৰ মাজত ডাঙৰ হ'ব লগা হৈছিল বাবেই হয়তো নাৰীৰ মনৰ সুখ-দুখৰ বিষয়ে বিশেষভাৱে পৰিচিত আছিল, তিনিগৰাকী বাইদেউৰ ভিতৰতো আকৌ ডাঙৰগৰাকী খুব কম বয়সতে বিধবা হৈছিল আৰু তেখেতৰো দুজনী ছোৱালীহে আছিল। পিছত আমিও তিনিজনী ছোৱালী সন্তানেই জন্ম হ'লো। মুঠতে কেৱল সৰু ভায়েকৰ বাহিৰে দেউতাৰ ঘৰুৱা জীৱনৰ নিকট আত্মীয় সকলোবোৰেই আছিল নাৰী। তদুপৰি কলিকতাত বা পশ্চিমবংগত মা কালী, মা দুৰ্গাকে আদি কৰি সকলো নাৰীকে এক বিশেষ সন্মান দিয়াৰ যি প্ৰচলন আছে, তাৰ প্ৰভাৱো দেউতাৰ ওপৰত পৰিছিল বুলি মোৰ ধাৰণা হয়। দুৰ্গা পূজাৰ আগতে মহালয়া

আহে, প্রতি বছৰে মহালয়াৰ দিনা ৰাতিপুৱাই দেউতাই কয়, 'আজিৰ পৰা দেৱী পক্ষ আৰম্ভ হ'ল, দেৱী পক্ষত ছোৱালী কেইজনীক একো খং-ৰাগ কৰিব নোৱাৰো, মনত কষ্ট দিব নোৱাৰো আৰু।' এনেও খং নকৰে, কিন্তু দেৱী পক্ষত বিশেষ আমাৰ ঘৰত কোনো দিনেই কোনো ধৰণৰ নিৰাশাৰ ভাব অহাৰ বা অশান্তিৰ সৃষ্টি হোৱাৰ কথা মোৰ মনত নপৰে। ঘৰত পুত্ৰ সন্তান নাই, এইবোৰ ছোৱালীয়ে আমাক কি সুখ দিব ? এনে ধৰণৰ মনোভাব মই কেতিয়াও দেখিবলৈ পোৱা নাছিলো। দেউতা আৰু মায়ে আমাক সদায় সকলো কামতে উৎসাহ দিছিল, কেতিয়াও ছোৱালী বুলি হেয় জ্ঞান কৰা নাছিল। পৰিয়ালত ল'ৰা নথকাটো এটা যে ডাঙৰ কথা, সেইটো আমি কেতিয়াও অনুভৱ কৰা নাছিলো।

দেউতাৰ জীৱনৰ এটা বিশেষভাৱে উল্লেখনীয় কথা হৈছে যে দেউতাই পঢ়া-শুনা, কেৰিয়াৰ আৰু পাৰিবাৰিক জীৱনৰ মাজত খুব সুন্দৰভাৱে ভাৰসাম্য ৰক্ষা কৰি আহিছে। আমি প্ৰায়েই দেখিবলৈ পাওঁ যে নিজৰ কৰ্মক্ষেত্ৰত যিবোৰে উন্নতি কৰে সেই মানুহবোৰে পৰিয়ালৰ আন মানুহৰ সৈতে বেছি কটাবলৈ সুবিধা নাপায়, তেনে মানুহে নিজৰ কাম-কাজ লৈ নিজৰ এখন আছুতীয়া সংসাৰৰ মাজত বাস কৰিবলৈহে সুবিধা পায়। তেনে মানুহে পৰিয়ালৰ মানুহে তেওঁৰ পৰা কিবা সহায় বিচাৰিলে বা অলপ কথা পাতিলে বা ওচৰলৈ গ'লে কামত disturb কৰা বুলি খং কৰে। বহু সংখ্যক সফল প্ৰখ্যাত মানুহেতো নিজৰ পুত্ৰ পৰিবাৰৰ লগত গোটেই জীৱন একেলগে মিলা-প্ৰীতিৰে থাকিবলৈকো অসমৰ্থ হয়। কিন্তু আমাৰ দেউতা একেবাৰে ওলোটা। দেউতাৰ নিজৰ বুলিবলৈ বেলেগ কোনো পঢ়া টেবুল বা পঢ়া কোঠা নাছিল। দেউতাই অকলে থাকিবলৈ খুব বেয়া পায়। সৰু ল'ৰাৰ নিচিনাকৈ আমি গোটেইবোৰে য'ত কথা-বতৰা পাতি হুলস্থূল কৰি থাকো তাত গৈ বহিব, হাতত নিজৰ কিতাপ-পত্ৰ, কলম থাকিবই। হুলস্থূলৰ মাজতে নিজৰ লিখা-পঢ়া কৰি থাকিব, মাজে মাজে কথাত ভাগ ল'ব, কিন্তু অকলে নিজান কোঠাত থাকিবলৈ ইচ্ছা নকৰে। ফেমিলি লাইফ খুব ভাল পায়। সৰু কালত প্ৰকৃতাৰ্থৰ ফেমিলি লাইফ নাপালে বাবেই বোধহয় দেউতাই পাৰিবাৰিক সুখৰ পৰা এক মিনিট সময়ো বঞ্চিত হ'ব নোখোজে। কেতিয়াবা কিবা কাৰণত যদি আমি দেউতাক আগতে ভাত খাবলৈ দিবলৈ মাক কওঁ, তেতিয়া দেউতাই বৰ আপত্তি কৰে, 'নাই, নাই মই আগতে

ভাত নাখাও, অকলে অকলে কিয় খাম? মই ভিক্ষাৰী নেকি? কথা-বতৰা পাতি ভাত খাবলৈ খুব ভাল পায়। খোৱা টেবুলত আমাৰ বিশেষকৈ দাৰ্শনিক বা কাব্যিক আলোচনাই হৈছিল। ৰাজনীতি, খেলা-ধূলা, পৰচৰ্চা, পৰনিন্দা, ক'ত কি নতুন মডেলৰ গাড়ী ওলাইছে, বজাৰত ক'ত কি নতুন বস্তু ওলাইছে, কোনে ক'ত কিমান ডাঙৰ ঘৰ বনাইছে আদি ধৰণৰ কথা-বতৰাই আমাৰ ঘৰৰ আলোচনাসমূহত প্ৰাধান্য নাপায়। গোটেই পৰিয়ালটোৱে একে লগে বহি খোৱাবোৱাত দেউতাই বিশেষভাৱে গুৰুত্ব দিয়ে আৰু 'খোৱাৰ সময়ত ঠোঁট-মুৰ আচাৰি ইটো নাখাওঁ, সিটো নাখাওঁ কৰি থাকিব নাপায় বুলি কয়, তেনে কৰিলে ৰান্ধনিয়ে মনত খুব দুখ পায়, সদায় খাওঁতে ভাল হৈছে, ভাল হৈছে বুলি প্ৰশংসা কৰি খাব লাগে, তাকে ৰান্ধনিক উচটাই জোল খোৱা বুলি আমাৰ অসমীয়াত কয়।' খোৱা-বোৱাৰ ক্ষেত্ৰত দেউতাই আৰু এটা কথা প্ৰায়েই কৈছিল, 'ভোকেই ভাতৰ আঞ্জা'। মানে ভোক থকা-নথকাৰ ওপৰতহে ভাতৰ লগত খোৱা আঞ্জা-তৰকাৰীৰ সোৱাদৰ মান্যতা নিৰ্ভৰ কৰে। ভোক থাকিলে যিকোনো বস্তুৱেই খাই ভাল লাগে, কিন্তু ভোক নাথাকিলে অমৃতৰো সোৱাদ পোৱা নাযায়। জলকীয়া ভাঙি ল'লে জলাৰ সোৱাদতে ভাত খাই ল'ব পাৰি।

দেউতা শান্ত প্ৰকৃতিৰ মানুহ যদিও একেবাৰে কেতিয়াও যে খং নুঠে তেনে নহয়, বিশেষকৈ এটা কথাত দেউতাৰ খুব খং উঠে। দেউতাই সদায় আমাক শিকাইছিল যে সৰু ডাঙৰ, ধনী-দুখীয়া সকলোৰে সৈতে ভদ্ৰ ব্যৱহাৰ কৰিব লাগে, সদায় মিঠা মুখেৰে কথা পাতিব লাগে, নম্ৰ হ'ব লাগে, কষ্ট সহ্য কৰিবলৈ শিকিব লাগে, শত্ৰুক মিত্ৰতাৰে বশ কৰিব লাগে ইত্যাদি।

দেউতাই নিজেও সকলো মানুহৰ সৈতে তেনেদৰেই ব্যৱহাৰ কৰিছিল। কিন্তু কোনোবাই যদি এই নম্ৰতা আৰু ভদ্ৰতাক দুৰ্বলতা বুলি গণ্য কৰি হেয় জ্ঞান কৰে বা সুযোগ-সুবিধা ল'ব খোজে, তেতিয়া দেউতাৰ বৰ খং উঠে।

দেউতাই কয়, 'যিকোনো সময়তে যিকোনো পৰিস্থিতিতে পঢ়া-শুনা কৰিবলৈ অভ্যাস কৰিব লাগে, পৰীক্ষা আহিলে পঢ়িম বুলি থৈ দিব নালাগে. পৰীক্ষাৰ আগে আগে অসুখ হ'ব পাৰে, ঘৰত আলহী আহিব পাৰে, ক'ৰবালৈ যাব লগা হ'ব পাৰে।' পঢ়া-শুনা নকৰি অবাবত সময় নষ্ট কৰিলে দেউতাৰ বৰ খং উঠে। পৰীক্ষাৰ সময়ত দেউতাই কেইষাৰমান কথা সদায় কৈছিল, "Your

examination is knocking on the door" "জানিলে ভাতমাছ, নাজানিলে গলগ্ৰহ" অৰ্থাৎ ভালকৈ পঢ়ি-শুনি পৰীক্ষাৰ কাৰণে তৈয়াৰ হৈ থাকিলে পৰীক্ষা দিওঁতে মাছ-ভাত খোৱাৰ দৰেই আনন্দ লাগে, কিন্তু নপঢ়িলে পৰীক্ষা হ্লত গৈ গলগ্ৰহ যেন লাগে। দেউতাই আশা কৰা মতে, আমি পঢ়া-শুনা নকৰিলে দেউতাই খুব দুখ কৰি কয়, 'মোৰ ছোৱালী কেইজনীৰ অলপো উচ্চাকাংক্ষা নাই', কথাটো অৱশ্যে একেবাৰে মিছা নহয়। দেউতাই আকৌ নিজে নিজেই কয় 'ঠিকেইতো, পঢ়ি-শুনিনো কেইটা ডাঙৰ মানুহ হ'ব পাৰিছে?' দেউতাই নিজৰ সময় অলপো অবাবতে নষ্ট নকৰে, ইমান লিখিব পাৰে যে দেখিলে আচৰিত লাগে। অসুখ হ'লেও দৰব খাই অলপ ভাল পালেই লিখি থাকে। মই দেখি আচৰিত হৈ যাও। অলপ যদি কিবা কাৰণে নষ্ট হয় বা কিবা কাম যদি মনঃপুত নহয়, তেতিয়া দেউতাই নিজে নিজেই কয়, 'জীৱনটা কি বৃথাই যাবে?' দেউতাই নিজৰ লিখা-পঢ়াৰ বাহিৰেও গণিত, ভূগোল, বিজ্ঞান, ইংৰাজী, সাহিত্য আদি পঢ়িবলৈ আৰু পঢ়াবলৈ খুব ভাল পায়। মই বিজ্ঞানৰ ছাত্ৰী আছিলো, কিন্তু মোৰ সকলো বিষয়ৰ পঢ়া দেউতাই পঢ়াইছিল। ইন্দোনেছিয়াত থাকোতে ভনীজনীৰ ইংৰাজী অনাৰ্ছৰ সকলোবোৰ কিতাপ দেউতাই পঢ়াইছিল।

দেউতাই বহুতো কথাই কয় যদিও তাৰে ভিতৰত বিশেষ এষাৰ কথা মোৰ বৰ ভাল লাগে— 'পাপৰ ধন প্ৰায়শ্চিত্যত যায়।' একেবাৰে সঁচা কথা। বৰ্তমান বিভিন্ন সামাজিক কামত মই নানান মানুহৰ জীৱনধাৰাক খুব ওচৰৰ পৰা পৰীক্ষা-নিৰীক্ষা কৰিবলৈ সুবিধা পাইছো আৰু এই কথাষাৰৰ সত্যতাক খুব সুন্দৰভাৱে উপলব্ধি কৰিছো, পাপৰ ধন এসোপা গোটাই লৈ কোনেও জীৱনত সুখ-শান্তি পোৱা নাই বা নাপাব। গোটেই ধনবোৰ নানান ধৰণৰ পাপৰ বাবে লাভ কৰা নানান ধৰণৰ শাস্তিৰ নিৰাময় কৰোতেই খৰচ কৰিব লগা হয়।

দেউতাৰ বহুত hobby। আমি একেবাৰে সৰু থাকোতে দেউতাই কেতিয়াবা কেতিয়াবা ৰন্ধা-বঢ়া কৰিছিল, ৰান্ধি খুব ভাল পাইছিল। আমাৰ জন্মৰ আগেয়ে গান শিকিছিল। গানত দেউতাৰ বৰ চখ। ডেকা বয়সত, বিশেষকৈ নলবাৰী কলেজত অধ্যাপনা কৰা কালত ফুটবলো খেলিছিল। ফুটবল আৰু ক্ৰিকেটৰ কমেনটৰি শুনিবলৈ বৰ ভাল পাইছিল। T.V. ৰ প্ৰচলন হোৱাৰ আগেয়ে দেউতাই ৰেডিঅ'ত ক্ৰিকেটৰ কমেনটেৰি শুনিছিল, ক্ৰিকেট হ'লে আৰু ৰক্ষা

নাই, পঢ়ি থাকিব, লিখি থাকিব, কিন্তু ওচৰতে ট্ৰেনজিষ্টৰটো বা ৰেডিঅ'টো বজাই থ'ব। পৰৱৰ্তী কালত T.V. ত খেল চাবলৈ ধৰিলে। এতিয়া নাতি ল'ৰাবোৰৰ সৈতে ক্ৰিকেট চায় আৰু সিহঁতৰ সৈতে ক্ৰিকেটৰ বিষয়ে আলোচনাও কৰে। দেউতাই ইউনিভাৰ্চিটীৰ কোৱাৰ্টাৰত থাকোতে খুব খেতিও কৰিছিল। আমি সকলোৱেই মিলিজুলি খেতি কৰিছিলো। ৰাতিপুৱা খেতিৰ কাম কৰি থাকোতে আমাক বা কোনোবা ছাত্ৰ-ছাত্ৰীকো একে সময়তে মুখেৰে পঢ়া বুজাই থাকে। কিন্তু মই ভাবো দেউতাৰ প্ৰধান আৰু আটাইতকৈ প্ৰিয় hobby হৈছে নিজৰ আত্মীয়-স্বজন, বন্ধু-বান্ধৱ বা ছাত্ৰ-ছাত্ৰীৰ ভিতৰত কোনোবা বিবাহযোগ্য পাত্ৰ-পাত্ৰী দেখিলে সম্বন্ধ ঠিক কৰি দিয়াটো। মা আৰু দেউতাই বহুত ল'ৰা-ছোৱালীৰ বিয়াত মধ্যস্থতা কৰি দিছে। সময়ত বিয়া কৰোৱাৰ ওপৰত দেউতাই খুব গুৰুত্ব দিয়ে। দেউতাই বেমাৰীৰ শুশ্ৰূষাও খুব সুন্দৰকৈ কৰিব পাৰে। মই সৰু থাকোতে, বিয়া হোৱাৰ আগলৈকে মোৰ প্ৰায়েই ইটো-সিটো অসুখ হৈ থাকিছিল, অসুখত ৰাতি টোপনি নাহিলে গোটেই ৰাতি মা-দেউতাই ওচৰত বহি শীতলা স্তোত্ৰ গাই গাই প্ৰতিপাল কৰিছিল। দেউতাই বা মায়ে আমাক, বিশেষকৈ মোক যিমান শুশ্ৰূষা কৰিলে, মই তাৰ প্ৰতিদান হিচাপে একোৱেই কৰিব পৰা নাই, কেতিয়াবা ফোন কৰি খবৰ লওঁ তাতেই খুব আনন্দ পায়।

দেউতাই মিঠা কথাৰ ওপৰত খুব গুৰুত্ব দিয়ে। আমাক বুজাইছিল যে মানুহক একেটা কথাকে বিভিন্ন সুৰত ক'ব পাৰি আৰু সুৰৰ লগতে কথাষাৰৰ অৰ্থ সলনি হৈ যায় আৰু সেই কথাষাৰৰ প্ৰভাৱো বিভিন্ন ধৰণৰ হয়। মানুহ শুই থাকিলে কিছুমান মানুহে সাধাৰণতে এনেদৰে কয়, 'এই উঠ্ উঠ্, কিমান শোৱ আৰু ? দেখা নাই কিমান সময় হ'ল ? উঠ্ উঠ্।' দেউতাই কয় মানুহক ৰাতিপুৱা ৰাতিপুৱাই তেনেদৰে হুলস্থূল কৰি জগাব নাপায়, দিনটোৰ আৰম্ভণিতে এনেদৰে কটু স্বৰেৰে কথা কোৱাৰ কি প্ৰয়োজন ? দেউতাই আমাক ৰাতিপুৱাই এনেদৰে জগাব- 'কমা, ৰিমা, লমা উঠা, ৰাতিপুৱাৰ সুন্দৰ সময়খিনি নষ্ট নকৰিবা, উঠা।'

কাজিয়া কৰিলেও দেউতাই খুব বেয়া পায়। আমাৰ হাই-কাজিয়া লগাৰ বিশেষ ঘটনা মোৰ মনত নপৰে, এনেয়ে কেতিয়াবা অলপ হাই-উৰুমি হ'লেই দেউতাই মাত দিছিল, কি হৈছে? আজি পঢ়া-শুনা কৰিবলৈ নাই নেকি ?' আমি

উত্তৰত কৈছিলো, 'নাই দেউতা পঢ়া হৈ গ'ল আৰু কিমান পঢ়িম?' দেউতাই তেতিয়া আমাক নিজৰ নিজৰ ৰাফ কপি আনিবলৈ কয়। মই ইংৰাজী বেয়া পাওঁ বাবে মোক ইংৰাজীৰ কিবা এটা কাম দি দিব আৰু 'বা'ক অংক কৰিবলৈ দিয়ে কাৰণ তেওঁ অংক বেয়া পাইছিল। ভণ্টি সৰু বাবে punishment নাপাইছিল। দেউতাই প্ৰায়েই কৈছিল যে ঘৰত কাজিয়া হৈ থাকিলে লক্ষ্মী গোসানীয়ে ভাল নাপায়। ল'ৰা-ছোৱালীয়ে সঘনাই কাজিয়া কৰি থাকিলে মাক-দেউতাকৰ বাবে বেয়া আৰু যিবোৰ ঘৰত মা-দেউতাকে পৰস্পৰৰ মাজত কাজিয়া কৰি থাকে, সেইবোৰ ঘৰত ল'ৰা-ছোৱালীৰ বাবে অমঙ্গল হয়।

দেউতাই এটা কথাত খুব গুৰুত্ব দি কৈছিল যে কিতাপ এখন পঢ়িলে সদায় একেবাৰে 'ক'ভাৰ পেইজৰ' পৰা পঢ়িব লাগে। তেতিয়া কিতাপৰ ভিতৰৰ কথাবোৰ সহজে আয়ত্ব কৰিব পৰা যায়। Dictionary ব্যৱহাৰ কৰাৰ ওপৰতো দেউতাই বিশেষ গুৰুত্ব দিয়ে, 'পঢ়াৰ সময়ত Dictionary খন সদায় লগত ৰাখিব লাগে আৰু কিবা এটা নতুন শব্দ পালেই Dictionary খুলি শব্দটো আতিগুৰি মাৰি শিকি ল'ব লাগে। মইতো সদায়, এই বয়সতো dictionary খন লগত ৰাখোঁ আৰু নতুন শব্দ এটা পালেই ভালদৰে চাই লওঁ' বুলি কৈছিল। Atlas ব্যৱহাৰ কৰাৰ ওপৰতো দেউতাই বিশেষ গুৰুত্ব দিছিল। আজৰি সময় পালেই Atlas খন খুলি পৃথিৱীৰ বিভিন্ন দেশ, চহৰ, নগৰ, নদী, পৰ্বত আদিৰ বিষয়ে জানিবলৈ চেষ্টা কৰিবলৈ কৈছিল। বিভিন্ন দেশসমূহৰ বিষয়ে জ্ঞান লাভ কৰিলে সেই দেশসমূহলৈ যাবলৈ প্ৰেৰণা পোৱা যায় আৰু When there is a will, there is a way, নানান দেশলৈ যাবলৈ ইচ্ছা কৰিলেহে যাবলৈ সুযোগ বিচাৰি পোৱা যায়। এবাৰ দেউতাই এটা খুব ডাঙৰ কাম কৰিলে। মোৰ মেট্ৰিক পৰীক্ষা শেষ হোৱাৰ পাছত মই cooking শিকিবৰ বাবে cooking class ত join কৰিবলৈ ইচ্ছা কৰিলো। Cooking কৰিবলৈ মই সৰুৰে পৰাই খুব ভাল পাইছিলো। সেই সময়ত আমাৰ লগৰ প্ৰায়বোৰ ছোৱালীয়েই cooking classত join কৰি বহুত নতুন ৰন্ধা-বঢ়া, cake, pudding শিকিছিল বাবে মোৰো cooking classত join কৰিবলৈ খুব ইচ্ছা হৈছিল, কিন্তু দেউতাই আপত্তি কৰিলে, দেউতাই ক'লে, cooking class ত একেবোৰ ৰন্ধা-বঢ়াকে বহুতো ছোৱালীয়ে শিকি আছে, তেনেহ'লে সেইবোৰৰ নতুনত্ব থাকিল ক'ত? দাইল ভাত ভাজিৰ

দৰে সেইবোৰো ইতিমধ্যেই ঘৰে ঘৰে প্ৰচলন হৈ গৈছে। নতুন কিবা ৰান্ধিবৰ ইচ্ছা কৰিলে নিজে নতুন ৰেচিপি উদ্ভাৱন কৰি উলিয়াব লাগে। নানান cook book পঢ়ি, বিভিন্ন মানুহৰ সোৱাদ বুজি, বিভিন্ন উপাদানৰ Permutation combination কৰি নতুন নতুন ৰেচিপি উদ্ভাৱন কৰিবলৈ চেষ্টা কৰিব লাগে।' যেনে কথা তেনে কাম। দেউতাই নিজে ইউনিভাৰ্চিটীৰ লাইব্ৰেৰীৰ পৰা আৰু আন ঠাইৰ পৰা কেবাখনো ভাল ভাল cook book আনিলে। সেইবোৰ নিজেও পঢ়িলে আৰু আমাকো পঢ়িবলৈ দিলে। সেই সময়ত xerox মেচিন আমাৰ অসমত নাছিল। দেউতাই নিজেই ভাল ভাল ৰেচিপিবোৰ সেই কিতাপবোৰৰ পৰা কপি কৰি দিলে। আজি অত বছৰে দেউতাৰ নিজৰ হাতৰ আখৰৰ সেই ৰেচিপিবোৰ মই সদায় লগত ৰাখিছো আৰু দেউতাই কোৱা মতে Permutation combination method প্ৰয়োগ কৰি নানান ৰেচিপি উদ্ভাৱন কৰি উলিয়াইছো। দেউতাৰ এই cooking class লৈ নগৈ, নিজে ৰেচিপি উদ্ভাৱন কৰিবলৈ কোৱা কথাষাৰে মোৰ জীৱনত বৰ ডাঙৰ প্ৰভাৱ পেলালে।

মোৰ ধাৰণা আছিল যে সকলোৰে দেউতাকবোৰ আমাৰ নিচিনাই হয়। কিন্তু আমাৰ লগত একেলগে পঢ়া ছোৱালীবোৰ যেতিয়া আমাৰ ঘৰলৈ আহিছিল, তেতিয়া দেউতাক লগ পাই ছোৱালীবোৰে বৰ ভাল পাইছিল আৰু মন্তব্য কৰিছিল, 'তোমালোকৰ দেউতাক খুব ভাল লাগিছে, ইমান friendly, তোমালোক খুব lucky, you are having such a sweet father !

সঁচাকৈয়ে এনে এজন দেউতা পোৱা বাবে আমি ভীষণ lucky।

* * *

# মোৰ দৃষ্টিত শৰ্মা ছাৰ

অদিতি বৰুৱা

তাহানি আকাশবাণী গুৱাহাটীৰ পৰা ৰাতিপুৱা ৭-৩০ বজাত পৰিবেশিত এটা অনুষ্ঠান নিয়মিত ভাবে শুনিছিলোঁ। 'কেয়ূৰা ন বিভূষয়ন্তি পুৰুষং....' ইত্যাদি শ্লোকটিৰ অন্ত পৰাৰ লগে লগেই দুগৰাকী ছাত্ৰ-ছাত্ৰীয়ে 'প্ৰণাম গুৰুদেৱ' বুলি কয়। তাৰ পাছতেই ভঁাহি আহে এটি গম্ভীৰ অথচ স্নেহমিশ্ৰিত কণ্ঠত 'দীৰ্ঘজীৱি হোৱাঁ' বুলি কোৱা কথাষাৰি। নাটকীয় উপস্থাপনাৰে 'সংস্কৃত শিক্ষাৰ পাঠ'ৰ সেই অনুষ্ঠানটি বুজা-নুবুজাৰ মাজতে শুনি বৰ ভাল লাগিছিল। দেউতাই কৈছিল পাঠদান কৰোঁতা জন হৈছে অসমৰ এজন বিদগ্ধ সংস্কৃত পণ্ডিত ড° মুকুন্দ মাধৱ শৰ্মা। নেদেখাকৈয়ে সেই পণ্ডিতজনৰ প্ৰতি শ্ৰদ্ধা উপজিছিল। সম্ভৱতঃ নিয়মিত শুনা সেই পাঠদান অনুষ্ঠানটিয়েই মোৰ অন্তৰত সংস্কৃত সাহিত্যৰ প্ৰতি ওপজা অনুৰাগৰ মূল কাৰণ।

তাৰ পাছত যেতিয়া মই নগাঁও ছোৱালী কলেজত প্ৰাক্-বিশ্ববিদ্যালয়ৰ ছাত্ৰী, তেতিয়া পঢ়িলোঁ তেখেতৰ 'উপমা কালিদাসস্য' শীৰ্ষক গ্ৰন্থখন, সৰল অথচ পাণ্ডিত্য পূৰ্ণ সেই গ্ৰন্থখনেও মোক যথেষ্ট আকৰ্ষণ কৰিছিল। অন্তৰত হেঁপাহ জন্মিছিল সেই পণ্ডিত জনক দৰ্শন কৰিবলৈ। কিন্তু ভৱিষ্যতে তেখেতৰেই ছাত্ৰী হৈ সংস্কৃত সাহিত্যৰ অধ্যয়ন কৰিবলৈ সুবিধা পাম সেই কথা সপোনতো ভবা নাছিলোঁ।

আজি শৰ্মা ছাৰৰ বিষয়ে লিখিবলৈ লৈ মোৰ মন পোন্ধৰ বছৰৰ আগলৈ ঘূৰি গৈছে। স্নাতক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত শৰ্মা ছাৰৰ উদ্যোগতেই মই

গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ ছাত্ৰী হিচাপে চিনাকি দিয়াৰ সুবিধা পালোঁ। মোৰ নামভৰ্ত্তিকৰণৰ ক্ষেত্ৰত শৰ্মাছাৰে লোৱা যত্নৰ কথা দেউতাৰ মুখত শুনি আচৰিত লাগিছিল। পাছত শুনিছিলোঁ ছাৰে প্ৰয়োজন অনুসৰি সহায় কৰে। সৰুৰে পৰা ভৱিষ্যতে শিক্ষয়ত্ৰী হোৱাৰ হেঁপাহ পুহি ৰাখিছিলোঁ আৰু সেই হেঁপাহ পূৰণ হোৱাৰ ক্ষেত্ৰত শৰ্মা ছাৰে এক মজবুত ভেঁটি গঢ়ি মোক সহায় কৰিলে। মোৰ বৰ্তমান যি স্থিতি সেয়া শৰ্মা ছাৰ নোহোৱা হ'লেযে নহ'লহেঁতেন, সেই কথা আজি মই অকুণ্ঠ চিত্তে স্বীকাৰ কৰোঁ। লগতে ঈশ্বৰক ধন্যবাদ জনাওঁ মোক এনে এজন শিক্ষাগুৰুৰ সংস্পৰ্শলৈ অহাৰ সুযোগ দিয়াৰ বাবে।

বিশ্ববিদ্যালয়ত ছাৰৰ শ্ৰেণীবোৰ আমাৰ বাবে অতি আগ্ৰহৰ আছিল। ছাৰে তেতিয়া আমাক প্ৰাৰম্ভিক বৰ্ষত অলংকাৰ আৰু অন্তিম বৰ্ষত ধ্বনিতত্ত্ব পঢ়াইছিল। তেতিয়া সেই শ্ৰেণীবোৰ যেনেদৰে সৰস অনুভূত হৈছিল, এতিয়াও বিভিন্ন পৰিশীলন পাঠ্যক্ৰমত ছাৰৰ শ্ৰেণীবোৰত একেই অনুভৱ হয়। ছাৰৰ পঢ়োৱাৰ শৈলীয়েই বোধকৰো ইয়াৰ কাৰণ। এনে লাগে প্ৰতিটো শ্ৰেণীয়েই যেন আমাৰ বাবে খুলি দিছে ন-ন জ্ঞানৰ ভাণ্ডাৰ। তেতিয়াই মন কৰিছিলোঁ ছাৰে আমি সংস্কৃতৰ ছাত্ৰ-ছাত্ৰী সকল স্মাৰ্ট হোৱাটো বিচাৰিছিল। ছাৰৰ মতে সংস্কৃতৰ ছাত্ৰ বুলিয়েই যি কোনো ধৰণেৰে থকা অথবা পঢাৰ বাহিৰে অন্যান্য দিশত যেনে ক্ৰীড়া বা সঙ্গীতৰ ক্ষেত্ৰত পাছ পৰা হ'ব এনে কথা হ'বই নোৱাৰে।

বিশ্ববিদ্যালয়ত পঢ়ি থকা সময়ৰ কিছুমান কথা মনত পৰিলে এতিয়াও আনন্দ লাগে। এদিন আমাৰ শ্ৰেণীকোঠাত সোমাই ছাৰে ক'লে 'আজি মোৰ তোমালোকৰ শ্ৰেণীত সোমাই বৰ ভাল লাগিছে। কিয় জানানে? কাৰণ আজি কোঠাটোত মকৰা জাল নাই আৰু আজি তোমালোকৰ কোনোবাই বৰ সুন্দৰ Perfume লৈ আহিছা। মোৰ মনটো ভাল লাগি গৈছে।' ছাৰৰ কথা শুনি আমাৰো মনটো ভাল লাগি গৈছিল।

ব্যক্তিগত ভাবেও মই ছাৰক বিভিন্ন ধৰণৰে পাইছিলোঁ। গুৱাহাটীৰ ISCON মন্দিৰত হোৱা জন্মাষ্টমী উৎসৱত ছাৰে মোক ভজন গোৱাৰ কথা কৈছিল। মই তেতিয়া সেই সময়ৰ মোৰ গুৰু বীৰেন্দ্ৰ কুমাৰ ফুকনদেৱৰ অনুমতিৰ কথা কওঁতে শৰ্মা ছাৰে নিজেই ফুকন ছাৰৰ পৰা অনুমতি আনি দিছিল। অনুষ্ঠানৰ

দিনা ছাৰে মোক পুৰা ছাত্ৰী নিবাসত লগ ধৰি সময়ৰ কথা কোৱাৰ লগতে কৈছিল, 'ভালদৰে গাবা। কাৰণ জানাই নহয়, সংস্কৃত মানেই শকুন্তলা, অনসূয়া, প্ৰিয়ম্বদা'। ছাৰৰ সেই কথাৰ মৰ্মাৰ্থ যিমানেই সময় বাগৰিছে, সিমানেই যেন বেছিকৈ উপলব্ধি কৰিছোঁ। এতিয়াও বিভিন্ন অনুষ্ঠানত অংশ গ্ৰহণ কৰিবলৈ ওলোৱাৰ আগমুহূৰ্তত মোৰ ছাৰৰ কথা কেইশাৰী মনত পৰে। কাৰ্যক্ষেত্ৰত লগ পোৱা বিভিন্ন ব্যক্তিয়ে সংস্কৃতৰ ছাত্ৰী বুলি জনাৰ পাছত প্ৰশংসা কৰিলে গৌৰৱত বুকু ফুলি উঠে। লগে লগে অন্তৰতে ছাৰলৈ প্ৰণাম জনাওঁ।

এবাৰ ছাৰ আমাৰ নগাঁৱৰ ঘৰলৈ আহিছিল। লগত বাইদেউ আৰু ছাৰৰ বৰজীয়ৰী মোৰ অন্য এগৰাকী শিক্ষাগুৰু শ্ৰুতিধৰা বাইদেউ। অহাৰ সময়ত মই ছাৰক গামোছা এখন দি সেৱা কৰোঁতে ছাৰে মোক কৈছিল, 'তুমি মোক এনেদৰে গুৰু দক্ষিণা দিব নালাগে। প্ৰথম শ্ৰেণী পাব লাগিব আৰু সেয়েই মোৰ গুৰু দক্ষিণা হ'ব।' আনন্দত আৰু ভয়ত মোৰ চকুপানী ওলাইছিল। আনন্দ লাগিছিল, এই কাৰণে যে ছাৰে মোৰ প্ৰথম শ্ৰেণী পোৱাৰ যোগ্যতা আছে বুলি ভাবিছে। ভয় লাগিছিল, যদি নেপাওঁ কি হ'ব কিন্তু ছাৰৰ সেই কথাই মোক লক্ষ্য প্ৰাপ্তিৰ ক্ষেত্ৰত আগুৱাই যোৱাত প্ৰেৰণা যোগাইছিল। সঁচাকৈয়ে জীৱন পথত গুৰুজনৰ একো আষাৰ কথাই কেনেদৰে যে সাফল্যৰ বীজ সিঁচে তাক কল্পনাই কৰিব নোৱাৰি।

মোৰ বিয়াৰ পাছত আমাৰ গোলাঘাটৰ ঘৰত দেখা দিয়া প্ৰথম মানুহজন হ'ল শৰ্মাছাৰ আৰু লগত বাইদেউ। সেইদিনা ছাৰৰ উপস্থিতিত আমাৰ ঘৰত এটা সৰু সুৰা উৎসৱৰ দৰেই হৈছিল। ছাৰে কৈছিল তুমি কেনে আছা চাবলৈ আহিলোঁ।' মোৰ তেতিয়াৰ অনুভৱখিনি বৰ্ণনাতীত।

কাৰ্যসূত্ৰে ডিব্ৰুগড়লৈ অহাৰ পাছত মই ছাৰৰ আৰু ওচৰ চপাৰ সুবিধা পাওঁ। ছাৰ সেই সময়ত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য। তেনে অৱস্থাতো ছাৰক আমনি কৰোঁ। মই নোবুৰা কথাবোৰ বুজি লওঁ। প্ৰায়েই ছাৰক ফোনৰ যোগেদিও সোধোঁ এইটো কি হ'ব, সেইটো বুজি পোৱা নাই। বিশ্ববিদ্যলয়ৰ প্ৰশাসনীয় কামৰ হেঁচাৰ মাজতো কিন্তু ছাৰে মোক বুজাই দিয়ে। ছাৰে কয়, "তুমি মোক এনেদৰে সুধিলে মোৰ বৰ ভাল লাগে। নহ'লে কামৰ বোজাই মোক পাহৰাব খোজে যে মই আচলতে এজন শিক্ষক।" ছাৰৰ পৰা আগতীয়াকৈ

অনুমতি লৈ আমি প্ৰায়েই ডিব্ৰুগড বিশ্ববিদ্যালয়ৰ উপাচাৰ্যৰ বাসগৃহত ছাৰ আৰু বাইদেউক ঘৰুৱা ভাৱে লগ ধৰোঁ। আচৰিত লাগে, ইমান ডাঙৰ পণ্ডিত এজনে আমাৰ লগত ঘৰুৱা কথা বতৰাৰ লগতে বিভিন্ন বিষয়ৰ কথা পাতে। ছাৰ-বাইদেউ দুয়োৰে লগত কথা পাতি থাকোঁতে আমি সময়ৰ কথা পাহৰিয়েই যাওঁ। সম্বিত ঘূৰি আহে তেতিয়া, যেতিয়া ছাৰে সোধে, 'তোমালোক আৰু ক'ৰবালৈ যাবা নেকি?' লগে লগে আমি ঘৰলৈ উভতিবলৈ সাজু হওঁ। মোৰ ল'ৰাটো জন্ম হোৱাৰ আগত আৰু পাছতো ছাৰ আৰু বাইদেৱে যেনেদৰে খা খবৰ কৰিছিল সেয়া মই পাহৰিব নোৱাৰোঁ। সেইবাবেই ছাৰ ডিব্ৰুগডৰ পৰা যোৱাৰ পাছত নিজকে অতি নিঃস্ব যেন লাগিছিল ইমান আত্মীয়তা, ইমান চেনেহ পিতৃ-মাতৃৰ পাছতে হয়তো প্ৰকৃত গুৰুৰ পৰাহে উপলব্ধ হয়।

শৰ্মা ছাৰৰ ছাত্ৰী হ'বলৈ পাই, তেখেতৰ নিৰ্দেশনাত পথ বুলিবলৈ পাই আজি মই নিজকে সৌভাগ্যৱতী জ্ঞান কৰিছোঁ। ছাৰৰ ওচৰত মই চিৰঋণী। ইহ জনমত কাহানিও এই গুৰুঋণ পৰিশোধ কৰাটো মোৰ পক্ষে সম্ভৱপৰ নহ'ব। ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ, এনেদৰে আৰু অধিক ছাত্ৰ-ছাত্ৰীক পথ প্ৰদৰ্শন কৰিবলৈ ছাৰক শক্তি দিয়ক।

***

# মুকুন্দ মাধৱ শৰ্মা ঃ নিবিড় ভাবে মানুহ জন

**যশোধৰা মেধি**

"মুকুন্দ মাধৱ শৰ্মা, নিবিড়ভাৱে মানুহজন"— এই বিষয় লৈ লিখিব লাগে। কি লিখিম। ক'ত আৰম্ভ কৰিম ? সৌভাগ্যক্ৰমে মানুহজন মোৰ দেউতা। সেয়েহে নিবিড় মূহূৰ্ত্তও বহুত, বিভিন্ন স্বাদৰ স্মৃতিও বহুত। এই সকলোবোৰ স্মৃতি সামৰি ৰখাৰ প্ৰয়াসেৰেই লিখি উলিওৱা হৈছিল 'জন্মদিনৰ উপহাৰ' নামৰ জীৱনীভিত্তিক কিতাপখন। কিন্তু জন্মদিনৰ উপহাৰত একান্ত নিবিড়ভাৱে অত্যন্ত ব্যক্তিগত বহুতো কথা বৰ্ণনা কৰাৰ পাছতো যেন আৰু বহুতো কথা ৰৈ গ'ল। এখন কিতাপতেই ইমান অভিজ্ঞতাবহুল জীৱনটোৰ বিভিন্ন দিশ সামৰি বিভিন্ন সময়ত বিভিন্নজনৰ লগত হোৱা সম্পৰ্ক বা সান্নিধৰ বিষয়ে খৰচি মাৰি লিখি উলিওৱাটো অত্যন্ত কঠিন। সেয়েহে এই দিশত আৰু বহুতো নতুন সংযোজনৰ অৱকাশ আছে। তথাপিও এই দিশৰপৰা আতৰি গৈ মুকুন্দ মাধৱ শৰ্মা মানুহজনৰ ব্যক্তিত্বৰ আন এটা সবল দিশত আলোকপাত কৰাৰ উদ্দেশ্যে এটি সৰু অভিজ্ঞতা সংযোজন কৰা হ'ল।

জন্মদিনৰ উপহাৰৰ প্ৰায় অন্তিম পৰ্যায়— ইতিমধ্যে লিখি উলিওৱা কথখিনি DTP কৰি print উলিয়াই কিতাপ আকাৰে কেঁচাবন্ধা ৰূপত দেউতালৈ পঠিয়াই দিয়া হ'ল— গোটেইখন এবাৰ আৰম্ভৰপৰা শেহলৈ চাই দিব, কিবা ভুল-ত্ৰুটি ৰৈ গৈছে যদি শুধৰাই দিব আৰু ক'ৰবাত কিবা সংযোজন কৰিবলগীয়া থাকিলে জনাব আৰু লগতে কিবা কথা আতৰাব খুজিলেও জনাব।

দেউতাই মাক খুবেই আদৰ ভক্তি কৰে; তেখেতৰ জীৱনৰ প্ৰত্যেকটো

সাৰ্থকতাতে মাৰ বিশেষ অৱদান অকপটে স্বীকাৰ কৰে; একান্ত বাধ্য সন্তানৰদৰে পত্নীৰ কথা মানি চলে; ঘৰৰ নিয়মানুবৰ্ত্তিতা ৰক্ষাত মাৰ কৰ্ত্তৃত্ব বিনাবাক্যব্যয়ে মানি লয়। পৰিয়ালৰ সদস্য, নিকট আত্মীয়, বন্ধু-বান্ধৱ আৰু আনকি ব্যক্তিগত সম্পৰ্কলৈ অহা ছাত্ৰ-ছাত্ৰীৰ আগতো দেউতাই এই কথা মুকলিকৈ স্বীকাৰ কৰে। জন্মদিনৰ উপহাৰত বিভিন্ন সৰু-ডাঙৰ ঘটনাৰ বৰ্ণনাৰ মাজেৰে এই কথা স্পষ্টভাৱে প্ৰকাশ কৰা হৈছিল।

পাণ্ডুলিপিটো দেউতালৈ দি মনে মনে এক বিশেষ ধৰণৰ অস্বস্তিত ভুগিছিলো। দেউতালৈ সৰুৰেপৰাই এক বেলেগ সন্মান আছিল— তেখেতৰ উদাৰ মনোভাৱ, ছাত্ৰ-ছাত্ৰী বা অমাৰ লগতো সহজ বন্ধুত্বৰ ভাৱ, মাৰ প্ৰতি সন্মান আৰু বিশ্বাসৰ ভাৱ, যিকোনো মহিলাৰ প্ৰতি সন্মান, সহানুভূতি আৰু সম-মৰ্যাদাৰ ভাব প্ৰদৰ্শন, আমি ছোৱালীকেইজনীৰ বিচাৰ বুদ্ধিত আস্থা, সকলো কথাতে সকলো কামতে আগ বাঢ়ি যাবলৈ দিয়াৰ ফলত আমৰ মনত গঢ়ি উঠিছিল গভীৰ আত্মবিশ্বাস আৰু সেই আত্মবিশ্বাসৰ ওপৰত দেউতাৰ আস্থা— এই সকলোবোৰ মিলি দেউতাৰ ব্যক্তিত্ব এক বিশেষ আকৰ্ষণ আছিল। কিন্তু কথা হ'ল নিজৰ জীৱনত মানি অহা বহুতো কথা মুখেৰে প্ৰকাশ কৰিলেও কিন্তু লিখিত ৰূপত জীৱনীত স্থান দিবৰ অনুমতি দিবলৈ বেলেগ সাহসৰ প্ৰয়োজন। সেয়েহে মনে মনে খুব ভয় হৈছিল— মাৰ লগত দেউতাৰ সম্পৰ্ক বা দেউতাৰ জীৱনত পদে পদে মাৰ প্ৰভাৱ এইবোৰ কথা জীৱনীখনত লিখাটো দেউতাই সমৰ্থন জনাবনে। সেইখিনি কথা যদিহে জীৱনীখনত থাকিব নালাগে বুলি কয় তেনেহ'লে কিন্তু দেউতাৰ প্ৰতি যি গভীৰ সন্মান, ভক্তি, ভালপোৱা ভাব সেই ভাবত যেন ঘাটি পৰিব। মনে মনে আশা কৰিছিলো আৰু বিশ্বাসো আছিল যে এই সত্য কথাখিনি প্ৰকাশত দেউতাৰ কোনো আপত্তি নাথিকিব। কিন্তু তথাপিও মনত সংশয় আছিল আৰু সেয়েহে জন্মদিনৰ উপহাৰ লিখাৰ প্ৰত্যকটো মূহুৰ্ত্তত মোক support দি অহা মোৰ স্বামীৰ আগতো মনৰ এই সংশয় প্ৰকাশ কৰিব পৰা নাছিলো।

এমাহমানৰ পাছত দেউতাৰপৰা চিঠি পাইছিলো— সৰু-সুৰা দুই-চাৰিটা তাৰিখ, নাম আদি শুদ্ধ কৰি পঠিয়াইছিলে -ব্যক্তিগত ঘটনাবোৰত এটা আচোৰো মৰা নাছিল। দেউতালৈ নতুনকৈ মৰম, ভক্তি, সন্মান উপজিছিলে - চকুদুটা

পানীৰে ভৰি গৈছিলে। 'জন্মদিনৰ উপহাৰ' প্ৰকাশ হোৱাৰো দুবছৰ হৈ গ'ল। দেউতাৰ গা আগতকৈ কিছু বেয়া হ'ল। ভৰিৰ বিষৰ বাবে খোজ কাঢ়িবলৈ অসুবিধা হয়। সেয়ে ঘৰৰপৰা প্ৰায় নোলায়েই বুলিব লাগিব। ঘৰত মানুহো মাত্ৰ দুজনহে— মা আৰু দেউতা। কিন্তু তথাপিও নিজৰ মাজতে, নিজৰ কাম-কাজ কৰি, লিখা-পঢ়া কৰি, ব্যস্ত থাকে। বৰ্ত্তমান দেউতাই ভাগৱতৰ অসমীয়ালৈ ভাঙনি কৰি আছে। সাধাৰণভাৱে থাকে, নিৰামিষ অহাৰ কৰে, ঘৰৰ ভিতৰতে লাহে লাহে খোজ কাঢ়ে ব্যায়াম হিচাপে আৰু শৰীৰে অনুমতি দিয়াকৈ দুই-চাৰিটা যোগাসনো কৰে। দেউতাৰ এটা কথা বৰ ভাল লাগে। ঘৰৰ ভিতৰত ব্যায়াম হিচাপে ইটো কোঠালীৰপৰা সিটো কোঠালীলৈ খোজ কাঢ়ি থাকোতে দেউতাই সৰু-সৰুকৈ স্তোত্ৰ গাই থাকে। স্তোত্ৰ গোৱা শেষ হ'লে আৰম্ভ হয় প্ৰাৰ্থনা— বিভিন্নজনৰ বাবে কৰা প্ৰাৰ্থনা। সেই প্ৰাৰ্থনাত নিতৌ নতুন নতুন নাম সংযোজন হয়। পৰিয়ালৰ মানুহখিনিৰ উপৰিও কোনোবা ছাত্ৰৰ চাকৰি হ'ব লাগে, সম্পৰ্কীয় ভিনিহিদেউৰ ককায়েকৰ বিয়াখন ঠিক হ'ব লাগে, সৰু ছোৱালীজনীৰ বন্ধুৰ দেউতাকৰ অসুখ হৈছে, অচিৰে আৰোগ্য হ'ব লাগে, কাৰোবাৰ ঘৰত আত্মীয়ৰ বিয়োগ ঘটিছে— শোক সহিবলৈ মানসিক শক্তি দিব লাগে— আৰু যে কত কি! আগৰপৰাই দেউতাৰ মনটো বৰ উদাৰ আছিল; ব্ৰাহ্মণ অব্ৰাহ্মণৰ বিচাৰ নকৰিছিলে, উজনি অসম নামনি অসম বুলিও কোনো ভাগ নকৰিছিলে; অসমীয়া, বঙালী-বিহাৰী বুলিও কেতিয়াও ভেদ ভাব কৰা নাছিল। অশোক কুমাৰ গোস্বামীক যিদৰে আপোন ভাইৰদৰে নিজৰ লগত ৰাখিছিলে, বুনিয়াদ বিহাৰী মুছলমান হৈও পৰিয়ালৰ এজন আছিল, অজয় কুমাৰ সৎপতি বঙালী ল'ৰা হৈও খাৰে-টেঙাই খাই পৰিয়ালৰ সদস্য হিচাপেই আছিল। খাচ উজনি অসমৰ যোৰহাটত ডাঙৰ দীঘল হৈও ছোৱালী তিনিওজনী বিয়া দিলে নামনি অসমলৈকে। দেউতাই সমাজখনৰ বিভিন্ন পন্থাৰ ৰাইজ মিলা প্ৰীতিৰে থকাটো কামনা কৰে! তেখেতে হৰিদেৱ, শংকৰদেৱ, দামোদৰদেৱ আদিৰ শিষ্য সকল মিলা প্ৰীতিৰে থকাটো কামনা কৰে। সেই কাৰণে নিজে দামোদৰীয়া পন্থৰ হোৱা সত্বেও নিজৰ স্তুতি-প্ৰশস্তি নামৰ সংস্কৃত গ্ৰন্থখনত হৰিদেৱ, শংকৰদেৱ, দামোদৰদেৱ, মাধৱদেৱ, অনিৰুদ্ধদেৱ আদি সকলোৰে একো একোটা স্তুতি ৰচনা কৰি সন্নিবিষ্ট কৰিছে। এতিয়াও দেউতাই এনেবোৰ

উপৰুৰা কথাত ভেদ ভাব অহা দেখিলে বৰ দুখ পায়। যদি আন বিশেষ অসমতা নাথাকে, দেউতাই অসবর্ণ বিবাহৰ পূর্ণ সমর্থন কৰে, বিধৱা বিবাহৰো পোষকতা কৰে। আনহাতে, বিয়া-শ্রাদ্ধ আদিৰ জাক-জমকতা আৰু বাহুল্য দেখি বৰ অসন্তুষ্ট হয়। ঘৰত কাৰোবাৰ মৃত্যু হ'লে মৃতকৰ আত্মীয়সকলে বহুত নিয়ম-নীতি, বাধা-নিষেধ মানি চলিব লগীয়া কথাটোও দেউতাই সমর্থন নকৰে। নিয়ম-নীতি মানুহে সৃষ্টি কৰা— গতিকে পৰিবেশ-পৰিস্থিতি চাই নিয়ম শিথিল কৰাত কোনো বাধা থাকিব নালাগে। আত্মীয়জনৰ শোকত ইতিমধ্যেই কষ্ট পাই থকাজনক কঠোৰ নিয়ম বান্ধি অধিক কষ্ট দিয়াৰ কোনো যুক্তি থাকিব নোৱাৰে। এনেও যিকোনো সামাজিক নীতি-নিয়ম যুক্তিসঙ্গত আৰু মনঃপুত (convincing) হ'লেও নিজ ইচ্ছাৰে মানি চলাৰ নিয়ম হ'ব লাগে। দেউতাই আজি-কালি প্রায়ে জোৰ দি কয় যে তেখেতৰ মৃত্যু হ'লেও যাতে কোনো কঠিন নিয়ম পালন বা আনুষ্ঠানিক বাহুল্য কৰা নহয়।

দেউতা আৰু মাৰ এটা গুণত বৰ মুগ্ধ হও আৰু শিকিবলগীয়া বুলি ভাবো; মা-দেউতা ঘৰত এতিয়া অকলে থাকে। মাজু ছোৱালী কলিকতাত থাকে; বহুতদিনৰ মূৰে মূৰেহে অলপ সময়ৰ কাৰণে দেখা হয়। অৱশ্যে ফোনৰ দ্বাৰা যোগাযোগ হৈ থাকে। বাকী ডাঙৰ ছোৱালী আৰু সৰু ছোৱালী সপৰিয়ালে গুৱাহাটীত থাকে যদিও বর্তমানৰ অত্যন্ত ব্যস্ত জীৱনধাৰাত পৰি সঘনে তেওঁলোকৰ ওচৰলৈ আহিব নোৱাৰে। কিন্তু তথাপিও দুয়োজনৰ কেতিয়াও কোনো আপত্তি বা অসন্তুষ্টি নাই। নিজৰ কাম নিজে কৰি, নিজৰ মাজত কথা-বতৰা পাতি, টি.ভি. চাই, বাতৰি কাকত, আলোচনী, কিতাপ আদি পঢ়ি মনোৰঞ্জনৰো ব্যৱস্থা কৰি লয়। দেশ আৰু দুনিয়াৰ খবৰ আমাতকৈও বেছি ৰাখে। মাজে মাজে ছোৱালীকেইজনীক অলপসময় লগ পালেও কিমান যে কথা পাতিবলগীয়া থাকে। তদুপৰি কামেশ্বৰ শুক্লা আছে, ডাঃ খগেন্দ্র নাথ চিকদাৰ আৰু এডভোকেট জ্যোৎস্না চিকদাৰ আছে— যিসকলে আত্মীয় নহৈও নিজৰ ল'ৰা-ছোৱালীৰদৰে মা-দেউতাৰ খবৰ ৰাখে— সময়ত যিকোনো ধৰণে সহায় কৰে। দেউতাক এদিন সুধিছিলো— ইমান আনন্দ আৰু সন্তুষ্টিৰ ভাব কেনেকৈ পালে বুলি। দেউতাই উত্তৰত কলে যে নিয়মীয়াকৈ সন্তোষী মাতাৰ প্রার্থনা কৰা হয় বাবেই হয়তো এনে হৈছে। মানুহৰ জীৱনত আটাইতকৈ

প্ৰয়োজনীয় বস্তুয়েই হৈছে আনন্দ, শান্তি আৰু সন্তুষ্টি আৰু যিহেতু মাতাক প্ৰাৰ্থনা কৰোতে আন বৈষয়িক বস্তু নুখুজি এইকেইটা পৰম ঐশ্বৰ্যকে খোজা হয় গতিকে মাতায়ো প্ৰাৰ্থনা গ্ৰহণ কৰিছে। দেউতাই ১৯৯৯ চনত কেনিয়াত থাকোতেই সন্তোষী মাতাৰ এটি স্তোত্ৰ লিখি উলিয়াইছিলে আৰু দেউতা আৰু মা দুয়ো নিয়মীয়াকৈ সেই স্তোত্ৰ গাই প্ৰাৰ্থনা কৰে। সন্তোষী মাতাৰ আন ভক্ত সকলে মাতাৰ পৰা কিবা একোটা নিৰ্দ্দিষ্ট বস্তু বিচাৰে। বিচাৰিলে বস্তুটো লাভ কৰে। আকৌ তাৰপিছত আন এটা বস্তু বিচাৰে আৰু সেইটোও লাভ কৰে। কিন্তু দেউতাৰ মতেৰে সদাই যদি মাতাক বস্তু খুজিয়েই থাকিব লাগে তেনে হ'লে ওৰে জীৱনে খোজনীয়া-মগনীয়াই হৈ থাকিব লাগিব অৰ্থাৎ অভাৱতে থাকিব লাগিব। সেই কাৰণে দেউতা-মাই সন্তোষী মাতাৰ পৰা সন্তুষ্টিৰ মনোভাব এটা পাবলৈ প্ৰাৰ্থনা কৰে। প্ৰাৰ্থনা কৰি কৈছে— "সন্তুষ্টিং সুদৃঢ়াং দেহি পৰমানন্দদায়িনীম্।" আৰু "কৈছে বৈৰাগ্যমপি মে দেহি নিতান্তং ভয়হাৰকম" আৰু মনলৈ যাতে এটা বৈৰাগ্যৰ ভাব হে আহে। [স্তুতিপ্ৰশস্তিমঞ্জৰী নামৰ সংস্কৃত কবিতাৰ (২০০২ চন) পুথিখনতে আছে।] সেই বৈৰাগ্যৰ প্ৰমাণ হ'ল এই যে, মা বা দেউতাৰ নামত পৃথিৱীৰ ক'তো একঠা মাটি নাই আৰু পৃথিৱীৰ ক'তো এটা জুপুৰি ঘৰো নাই। আৰু দুই-এটা সম্পত্তি নতুনকৈ গোটাই লোৱাৰ প্ৰবৃত্তিয়েই নাই। বিশেষকৈ দেউতাৰ খোৱা বোৱাৰ দিশটো বাস্তৱিকতে বৈৰাগ্যসুলভ। দেউতাই চাহ, কফি, ফন্টা, ক'ক'কোলা, তামোল নাখায়। ধুম্ৰপান, মদ্যপান নকৰে। মাছ, মাংস, কণী নাখায়। জলকীয়া নাখায়।

ভগৱানৰ ওচৰত আমিও প্ৰাৰ্থনা কৰিছো স্তোত্ৰটিৰ প্ৰাৰ্থনা যাতে মাতাই স্বীকাৰ কৰে আৰু আমাক সকলোকে আদৰ্শ দেখুৱাবলৈ, সাহস দিবলৈ আৰু বহুত স্নেহাশীষ দিবলৈ দেউতা-মা যেন বহুতদিন আমাৰ মাজত থাকে।

***

# গুণগণপাৰাবাৰং বন্দে

কামেশ্বৰ শুক্ল

ভাৰতীসাধকং শ্ৰেষ্ঠং কীৰ্ত্তিমণ্ডলমণ্ডিতম্।
সম্যক্ সংবাহকং দেৱং ভাৰতীয়সুসংস্কৃতেঃ।।
প্ৰখ্যাতং প্ৰতিভাৱন্তং বাগ্মীবং সুধিয়াং বৰম্।
মুকুন্দং মাধৱং বন্দে শৰ্মাণং কুলভূষণম্।।

প্ৰকৃততে মানৱ জীৱনৰ সাৰ্থকতা নিৰ্ভৰ কৰে ব্যক্তিজনৰ সামাজিক আৰু সাংস্কৃতিক অমূল্য অৱদানত। সেই ব্যক্তিজনৰহে জীৱন সাৰ্থক হয় যাৰ জন্মৰ দ্বাৰা সমাজৰ উন্নতি হয়, বংশ গৌৰৱান্বিত হয়, জননী কৃতাৰ্থ হয় আৰু এই ভূমণ্ডল পবিত্ৰ হয়। এনেকুৱা মহাপুৰুষ সকলৰ ভিতৰত নৰৰত্ন ড° মুকুন্দমাধৱ শৰ্মা ছাৰো অন্যতম।

পৰিৱৰ্ত্তিনি সংসাৰে মৃতঃ কো বা ন জায়তে।
স জাতঃ যেন জাতেন য়াতি বংশঃ সমুন্নতিম্।।

মই সপ্তম শ্ৰেণীৰ পৰা স্নাতকোত্তৰলৈকে ঐতিহ্যমণ্ডিত বিশ্বনাথৰ নগৰী বেনাৰসতে শিক্ষা ও বিদ্যাৰ্জনৰ সুযোগ লাভ কৰিছিলোঁ। মোৰ বেনাৰস প্ৰৱাসৰ সুদীৰ্ঘ বাৰ বছৰ কাল অনেক গুণী-জ্ঞানী, বিদগ্ধ পণ্ডিত সকলৰ সান্নিধ্যতে পাৰ হৈছিল। পূজ্যপাদ প্ৰয়াত পণ্ডিত বাসুদেৱ দ্বিবেদী শাস্ত্ৰীৰ দ্বাৰা প্ৰতিষ্ঠাপিত সাৰ্বভৌম সংস্কৃত প্ৰচাৰ কাৰ্য্যালয়তেই থাকি মোৰ ছাত্ৰ জীৱনৰ অবিৰাম যাত্ৰা আৰম্ভ হৈছিল। সংস্কৃত ভাষা অথবা সংস্কৃত সাহিত্যৰ প্ৰচাৰ-প্ৰসাৰ ক্ষেত্ৰত

অগ্ৰণী দেৱভাষাৰ সচেতন প্ৰহৰী পূজ্যপাদ শাস্ত্ৰীজীৰ মুখৰ পৰা বিদগ্ধ পণ্ডিত তথা অসাধাৰণ ব্যক্তিত্বসম্পন্ন অধ্যাপক ড° মুকুন্দ মাধৱ শৰ্মা ছাৰৰ বিষয়ে শুনিবলৈ পাইছিলোঁ। ইং ১৯৯২ চনত পঞ্চকন্যা সংস্কৃত ভাষা প্ৰচাৰ কেন্দ্ৰৰ প্ৰতিষ্ঠাপক আচাৰ্য্য ভৃগুগিৰি মহাৰাজৰ অনুৰোধ মৰ্মে গুৱাহাটীৰ পঞ্চকন্যা ধামত অনুষ্ঠিত এমহীয়া সংস্কৃত প্ৰশিক্ষণ শিবিৰৰ সঞ্চালনাৰ্থে গুৰুদেৱ শাস্ত্ৰীজীয়ে মোক অসমলৈ আহিবলৈ নিৰ্দেশ দিছিলে। অসমত থাকিও দুবছৰলৈকে ড° শৰ্মা ছাৰৰ দৰ্শনৰ সুযোগ পোৱা নাছিলোঁ। কালক্ৰমে ১৯৯৫ চনত লোকভাষা প্ৰচাৰ সমিতিৰ অসম শাখা তথা আৰ্য্য সমাজ মন্দিৰ গুৱাহাটীৰ যৌথ উদ্যোগত আয়োজিত গ্ৰীষ্মকালীন দহদিনীয়া আৱসীয় প্ৰচাৰক প্ৰশিক্ষণ শিবিৰৰ উদ্বোধনী সভাত মুখ্য অতিথি হিচাবে শৰ্মা ছাৰক আমন্ত্ৰণ জনাবলৈ নিশ্চয় কৰা হৈছিল আৰু সেই দায়িত্বটো মোক দিয়া হৈছিল, সেই শুভ ক্ষণতে বহুদিনৰ পৰা শৰ্মা ছাৰক লগ পাবলৈ জাগি উঠা হাবিয়াস পূৰ্ণ হৈছিল।

পূণ্যাত্মা কিংবা মহাপুৰুষৰ সান্নিধ্যই হৈছে সৌভাগ্যৰ মহামিলন। পূৰ্ব জন্মৰ সঞ্চিত পূণ্যৰ ফলস্বৰূপে সেই সৌভাগ্যৰ উপলব্ধি হয়। যদি হে এই কথাটো সঁচা— তেন্তে মই সঁচাকৈয়ে নিজকে সৌভাগ্যবান বুলি ধৰিছো।

সৰলতা, গাম্ভীৰ্য, গৰিমা আৰু শালীনতাৰ প্ৰতীক শৰ্মা ছাৰৰ প্ৰতি প্ৰথম লগ পাওঁতেই অন্তৰত শ্ৰদ্ধাৰ ভাব ফুটি উঠিছিল, কিন্তু সেই শ্ৰদ্ধাৰূপী অংকুৰ তেতিয়াহে পূৰ্ণতঃ পল্লবিত আৰু বিকশিত হ'ল যেতিয়া শৰ্মা ছাৰৰ দ্বাৰা সংস্কৃত ভাষাত ৰচিত বিভিন্ন পদ্যময় স্তুতি-প্ৰশস্তিবোৰ সংকলন কৰি পুস্তকাকাৰত প্ৰকাশিত কৰিবলৈ নিশ্চিত কৰা হ'ল। শৰ্মা ছাৰক অতি ওচৰৰ পৰা জনাৰ সেয়াই আছিল সুবৰ্ণ সুযোগ। আজি লিখিবলৈ পাই মই গৌৰৱ বোধ কৰিছো যে এই ক্ষেত্ৰত সম্পূৰ্ণ শ্ৰেয়ৰ পাত্ৰ হৈছে মোৰ শিক্ষাগুৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অৱসৰ প্ৰাপ্ত মুৰব্বী অধ্যাপক ড° অশোক কুমাৰ গোস্বামীছাৰ। ২০০২ চনত প্ৰকাশিত *'স্তুতি-প্ৰশস্তি মঞ্জৰী'* নামৰ এই গ্ৰন্থখনিৰ সম্পাদনাৰ দায়িত্ব যদি অধ্যাপক ড° গোস্বামী ছাৰে মোক নিদিলেহেঁতেন তেন্তে সংস্কৃত তথা সংস্কৃতিৰ প্ৰবুদ্ধ প্ৰহৰী ড° শৰ্মা ছাৰৰ সান্নিধ্যৰ পৰা বঞ্চিত হলোহেঁতেন আৰু শিক্ষা ও বিভিন্ন শাস্ত্ৰ সম্বন্ধি জ্ঞান আহৰণৰ সুযোগ নেপালোহেঁতেন। লগতে এজন সফল গৱেষক, আলোচক আৰু বিচাৰকৰ বাবে অপেক্ষিত গুণৰাশি

জানিবলৈ সমৰ্থ নহলোহেঁতেন।

অধ্যাপক ড° অশোক কুমাৰ গোস্বামী ছাৰৰ মুখ্য সম্পাদনাত প্ৰকাশিত *'স্তুতি-প্ৰশস্তি-মঞ্জৰী'*ৰ 'কিঞ্চিন্নম্ৰনিবেদনম্' এই শিৰোনামাত ড° শৰ্মা ছাৰে লিখিছে যে পৰম্পৰা ৰক্ষাৰ ভাৱনাৰে শিষ্যশিক্ষাৰ বাবেই মই এই সংকলন প্ৰকাশিত কৰিছোঁ— **"পৰম্পৰাৰক্ষণসমীহয়া শিষ্য-শিক্ষায়ৈ চ সংকলনমিদং প্ৰতন্যতে"**। ড° শৰ্মা ছাৰে সংস্কৃত পদ্য ৰচনাৰ বাবে সদায় মোক প্ৰেৰণা দিছিল যদিও সাহস কৰিব নোৱাৰিছিলো। সম্প্ৰতি সংস্কৃত পদ্য ৰচনাৰ ক্ষেত্ৰত মই যৎকিঞ্চিৎ প্ৰয়াস কৰোঁ, সেয়াও শৰ্মা ছাৰৰ প্ৰেৰণাৰেই সুপৰিণাম।

বেনাৰস এৰি অসমলৈ অহাৰ পিছত শিক্ষাৰ ক্ষেত্ৰত কেতিয়াবা নিজকেই অনাথ বুলি ভাবিছিলোঁ, মনত এটা ভয়ৰ ভাৱ ওপজিছিল যে জ্ঞানাৰ্জনৰ হেপাহ যাতে অসম্পূৰ্ণ হৈ নৰয়। কিন্তু গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক ড° ৰাজেন্দ্ৰ নাথ শৰ্মা, অধ্যাপক ড° অশোক কুমাৰ গোস্বামী আৰু ড° দীপক কুমাৰ শৰ্মাছাৰৰ সম্পৰ্কলৈ অহাৰ পাছত মোৰ ভয়ৰ ভাৱ আঁতৰিল আৰু ড° শৰ্মা ছাৰৰ সান্নিধ্যত নতুন নতুন বহুত কথা শিকাৰ পাছত মই নিজকেই সনাথ বুলি ভাবিবলৈ ললোঁ। বেনাৰসত থাকিও যিখিনি উপলব্ধি কৰিব পৰা নাছিলোঁ, সেইখিনি উপলব্ধি কৰিব পাৰিলোঁ। এই মহান উপলব্ধিৰ পৰিণাম হৈছে ড° শৰ্মা ছাৰৰ দ্বাৰা বিৰচিত জীৱনৰ অমূল্য কৃতি *'সাৰস্বত সমীক্ষণ সমুচ্চয়'*নামৰ গ্ৰন্থখন। এই প্ৰকাশোন্মুখ অমূল্য গ্ৰন্থৰ সম্পাদনাৰ গুৰুত্বৰ ভাৰ বহন কৰিবলৈ যি শক্তি মই লাভ কৰিছোঁ সেয়াও শৰ্মা ছাৰৰ প্ৰেৰণাস্পদ ব্যক্তিত্বৰ পৰিচায়ক। আশা কৰো শৰ্মা ছাৰৰ এই অমূল্য ৰত্ন অতি শীঘ্ৰেই পাঠক তথা সংস্কৃত সমাজত উপলব্ধ হ'ব, তাৰ দ্বাৰা বহুতো শিক্ষানুৰাগী বিদ্যাৰ্থীসকল লাভান্বিত হ'ব । এই গ্ৰন্থখনিৰ সম্পাদনাত মই এইটো অনুভৱ কৰিব পাৰিছো যে শৰ্মাছাৰ এজন সুদক্ষ সমালোচক, সুক্ষ্ম বিবেচক, নিৰ্ভীক লেখক তথা নবীন তত্ত্ব উদ্ভাবক। বিষয়বস্তুৰ ওপৰত তেখেতৰ চিন্তা, বিশ্লেষণাত্মক দৃষ্টিভঙ্গী আৰু ব্যাখ্যানশৈলী ইমান বিশাল আৰু গধুৰ যে সাধাৰণ ব্যক্তিয়ে কল্পনাও কৰিব নোৱাৰে।

দৰাচলতে, ব্যক্তিত্ব আৰু কৃতিত্ব এটা আনটোৰ পৰিপূৰক। যি কোনো

কৃতিতেই মানুহৰ ব্যক্তিত্বৰ পৰোক্ষৰূপে সমাবেশ ঘটে। কৃতিত্ব মানুহৰ মানসিক ভাবনাৰ সৃষ্টিৰ পূৰ্বৰূপ। ড° শৰ্মা ছাৰৰ ব্যক্তিত্বৰ বিষয়ে মই এই চমু প্ৰবন্ধটিত যি লিখিছো, সেয়া অতিশয়োক্তি নহয়। মই দৃঢ় বিশ্বাসেৰে ক'ব পাৰো যে পাঠকসকলে ছাৰৰ কৃতিক অনুশীলন কৰি নিজেই ইয়াৰ উপলব্ধি কৰিব পাৰিব।

ড° শৰ্মা ছাৰ গংগা নদীৰ দৰে অনেক সোঁতৰ সৈতে প্ৰবাহমান অমৃতধাৰা। সংস্কৃত আৰু সংস্কৃতিৰ প্ৰতি অপৰিমেয় শ্ৰদ্ধা আৰু নিষ্ঠাৰ ভাৱনাই তেখেতক এনেকুৱা এজন মহাপুৰুষৰ শাৰীত থৈছে যিজনে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগ ৰূপী বৃক্ষ ৰোপন কৰিছে আৰু স্বকীয় অক্লান্ত পৰিশ্ৰমৰূপী শীতল জল সিঞ্চন কৰি এক বিৰাট বৃক্ষত ৰূপায়িত কৰিবলৈ অমূল্য যোগদান আগবঢ়াইছে। কবিকুলগুৰু কালিদাসে নিজৰ প্ৰসিদ্ধ কৃতি *ৰঘুবংশত* ৰজা দিলীপৰ প্ৰসংগত লিখিছে—

**আকাৰসদৃশপ্ৰজ্ঞঃ প্ৰজ্ঞয়া সদৃশাগমঃ।**
**আগমৈঃ সদৃশাৰম্ভঃ আৰম্ভঃ সৰ্বতোদয়ঃ।।**

অধ্যাপক ড° শৰ্মা ছাৰৰ ক্ষেত্ৰতটো এই পদ্যোক্তি পূৰ্ণতঃ প্ৰতিফলিত হোৱা দেখা যায়। তেখেতৰ প্ৰফুল্লিত মুখমণ্ডল, বৌদ্ধিক প্ৰতিভা, সেই অনুসৰি শাস্ত্ৰীয় জ্ঞান, জ্ঞানানুৰূপ সংস্কাৰিত কৰ্ম, আশ্চৰ্যকৰ চিন্তন আৰু মন্ত্ৰ মুগ্ধ কৰা সুমধুৰ বাণীয়ে তেখেতৰ যশস্যা বিস্তাৰ কৰিছে। তেখেতৰ প্ৰেৰণাস্পদ ব্যক্তিত্ব, স্ফুৰ্তিপ্ৰদ নেতৃত্ব, ৰাষ্ট্ৰীয় আৰু সামাজিক সমস্যাৰ ওপৰত তেখেতৰ যি সৎবিচাৰ আছে, যি সমাধান আৰু সন্মতি আছে, সেইবোৰ সদায় আমাৰ কাৰণে প্ৰেৰণাস্পদহৈ ৰ'ব।

***

# স্বীকাৰোক্তি

মালিনী গোস্বামী

উনৈছশ বাসত্তৰৰ আগ-গ্ৰীষ্মত প্ৰি-ইউনিভাৰ্চিটি পৰীক্ষা দি গুৱাহাটীত ফুৰিবলৈ আহোতে এদিন আবেলি মোৰ জেঠাই এগৰাকীয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৩২ নং আবাসলৈ মোক লগত লৈ ফুৰিবলৈ গৈছিল। তেতিয়ালৈকে মই ড° মুকুন্দ মাধৱ শৰ্মা বুলি জনা সেই আবাসৰ অভিভাৱকজনে মোক কেৱল দুই চাৰিটা পৰিচয়মূলক প্ৰশ্ন সুধিছিল আৰু সেই প্ৰসংগতে মোৰ আগৰ পৰীক্ষাৰ ফলাফল, পি. ইউ. পৰীক্ষাত মোৰ পাঠ্য বিষয়সমূহ, বি.এ. শ্ৰেণীত কি কি বিষয় লোৱাৰ ইচ্ছা আছে ইত্যাদি কথা জানি লৈ গহীনাই কৈছিল—'তুমি সংস্কৃতকে পঢ়া বুইছা।' বিদায় লৈ আমি পদুলি পাৰ নহওঁতে গেটৰ সিফালৰ পৰা তেখেতে আকৌ এবাৰ কৈছিল—'তুমি সংস্কৃতকে পঢ়া। মোৰ উপমা কালিদাসস্য নামৰ কিতাপ এখন ওলাইছে। পঢ়িবা।'

বি.এ. ক্লাছত মোৰ ইংৰাজীত অনাৰ্ছ লোৱাৰ ইচ্ছা আছিল। ইকনমিক্‌ছত সৰ্বোচ্চ নম্বৰ পাইছিলো আৰু দুৰৰা বাইদেউক খুব ভাল পাইছিলো বাবে হিষ্টৰী বিষয়টোৰ প্ৰতি আকৰ্ষণ আছিল। সেইবাবে এই তিনিওটাৰে এটা বিষয়ত বি.এ. পঢ়াৰ কথা আছিল। কিন্তু আগ-গ্ৰীষ্মৰ বিয়লি বেলাৰ পৰামৰ্শটিয়ে আমাৰ পৰিকল্পনাবোৰৰ ওপৰত এনেদৰে প্ৰভাৱশালী হৈ ক্ৰিয়া কৰিছিল যে মই নাম লগোৱাৰ প্ৰস্তুতি পৰ্বতে ঘোষণা কৰিবলগীয়া হ'ল যে মই সংস্কৃতত অনাৰ্ছ ল'ম। 'দি.চি.বি. কলেজত যে সংস্কৃতত অনাৰ্ছ খোলা নাই', 'সংস্কৃত তোমাৰ ফ'ৰ্থ চাবজেক্টহে আছিল

অনাৰ্ছ লোৱাৰ অনুমতি পাবা জানো', 'কিতাপ-পত্ৰৰ কিন্তু বহুত অসুবিধা পাবা', 'সংস্কৃত পঢ়ি কি কৰিবা, চাকৰি পাবা?' ইত্যাদি অনেক নিৰুৎসাহব্যঞ্জক উক্তি শুভাকাংক্ষীসকলৰ পৰা আহিবলৈ ধৰিলে। কিন্তু ৩২ নং আবাসৰ পদুলিত পোৱা সেই প্ৰভাৱশালী পৰামৰ্শটিক উপেক্ষা কৰিব নোৱাৰি এদিন দি.চি.বি. কলেজ এৰি জে.বি. কলেজৰ ফৰ্ম লৈ আহিলো, ফ'ৰ্থ চাব্‌জেক্টত অনাৰ্ছ পঢ়িবৰ বাবে অধ্যক্ষ নবীন চন্দ্ৰ গোস্বামী ছাৰৰ পৰা একলম লিখাই ফৰ্মত গাঁঠি দিলো, নাম লগালো আৰু সংস্কৃতত অনাৰ্ছ পঢ়ি বি.এ. পৰীক্ষা দিলো। তাৰ মাজতে নবীন পুস্তকালয়ে অনাই দিয়া উপমা কালিদাসস্যখন গোটাই ল'লো। সঁচাকেই বহুত বহুত অসুবিধা। অৰ্থশাস্ত্ৰৰ পাঠ্যাংশ শ্ৰীযুত চৌবে ছাৰৰ একমাত্ৰ কিতাপখনৰ পৰা লিখি ল'ব লাগিছিল। সাহিত্যদৰ্পণৰ ষষ্ঠ পৰিচ্ছেদ শ্ৰদ্ধেয়া কেশদা মহন্ত বাইদেৱে বৰ্ডত লিখি দিয়াৰ পৰা লিখি ল'ব লাগিছিল, কাদম্বৰীৰ ইংৰাজী অনুবাদখিনি লাইব্ৰেৰীৰ কিতাপৰ পৰা কোনোবাই ফালি নিছিল, আৰু এনে বহুত আছিল। তথাপি সংস্কৃতকে পঢ়িলো, কেৱল সেই প্ৰভাৱশালী পৰামৰ্শটিৰ অনুপ্ৰেৰণাত।

'তোৰ যি ইচ্ছা তাকে পঢ়'—এইবুলি অভিভাৱকে কেৰিয়াৰ নিৰ্বাচনৰ ক্ষেত্ৰত ল'ৰা-ছোৱালীক স্বাধীনতা দিয়ে যদিও, পি.ইউ. পাছ কৰা অপৈণত বুদ্ধিৰ ছাত্ৰ এজনে জীৱনৰ এনে আলি-দোমোজাত থিয় হৈ জীৱন পথৰ দিক্ নিৰ্ণায়ক এজনৰ আউলি-নিৰ্দেশ বৰকৈ অনুভৱ কৰে। নিৰ্দেশ দিওতাজনৰ বাবে ই এক প্ৰকাৰ সাহসৰে কথা যদিও ছাত্ৰ এজনৰ বাবে এনে নিৰ্দেশ বৰ ডাঙৰ সকাহ। তেনে এক সকাহ ময়ো তেতিয়াৰ পৰা এতিয়ালৈকে অনুভৱ কৰো। কাৰণ সংস্কৃত পঢ়ি মোৰ কেতিয়াও কোনো অনুশোচনা হোৱা নাই। বৰং কিছু গৌৰৱবোধহে আছে।

বি.এ. পৰীক্ষাৰ ৰিজাল্টৰে সৈতে খবৰ কাগজবোৰত ফটো ওলোৱাৰ উৎসাহপূৰ্ণ দিনবোৰৰ কোনোবা এটাত এখন ইন্‌লেণ্ড লে'টাৰ ফৰ্মত এখন চিঠি আহিল, মোৰ পিতৃৰ চিঠিৰ উত্তৰ স্বৰূপে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ নাম ভৰ্তিৰ নিয়মাৱলী, মাচুল, প্ৰয়োজনীয় কাগজ-পত্ৰ আদিৰ খবৰ চিঠিখনত আহিছিল। শৰ্মাছাৰে পঠোৱা সেই চিঠিখনৰ লগত মিলাই মিলাই ট্ৰুকপি আৰু হিচাপৰ পইচা লৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ বিভাগীয় প্ৰধানৰ কোঠা অৰ্থাৎ শৰ্মা ছাৰৰ কোঠা

পাইছিলোহি। নাম লগাবলৈ কিছুদিন বাকী থকাৰ বাবে পুনৰ শৰ্মা ছাৰৰ পৰামৰ্শমতে আবেদন পত্ৰৰে সৈতে যাৱতীয় যোগাৰখিনি বিভাগৰ ড° অশোক কুমাৰ গোস্বামী ছাৰৰ হাততে দি থৈ আহিবলগীয়া হ'ল। শ্ৰদ্ধেয় গোস্বামী ছাৰৰ ওচৰতো সেই ঋণ সুঁজিব কাহানিও নোৱাৰিম।

ক্লাছ আৰম্ভ হোৱাৰ সময়ত হোষ্টেলৰ খবৰ লৈ গম পালো যে মোক এ.টি.থ্রিত থাকিবলৈ দিয়া হৈছে। কিন্তু মোৰ ৰছিদখনত আৰ.চি.চি. ৱানৰহে নাম আছে। এইবাৰো শৰ্মাছাৰৰ পৰা এটা পৰামৰ্শ আঁহিল—'তুমি ভৱানী বাইদেউৰ হোষ্টেলতে থাকা।' এক নম্বৰ হোষ্টেলৰ ৰুম এলট্‌মেণ্ট ইতিমধ্যে হৈ গৈছিল। গতিকে ৰুমৰ কথা সুধিবলৈ ৱাৰ্ডেন ভৱানী বাইদেউৰ ঘৰলৈ যাবলগীয়া হ'ল। বাইদেৱেও তেনে এক অনুৰোধ ছাৰৰ ফালৰ পৰা পাইছিল বুলি জানিলো। ছাত্ৰ-ছাত্ৰীৰ পঢ়া, থকা, নিৰাপত্তাৰ কথা চিন্তা কৰা শৰ্মাছাৰ এনেদৰেই অনেক ছাত্ৰ-ছাত্ৰীৰ সৰ্বাঙ্গীন মঙ্গলৰ বিধায়ক হৈ পৰিছিল। কেৱল সেয়ে নহয়, ছাত্ৰ-ছাত্ৰীৰ পিতৃস্বৰূপ ছাৰে মোৰ বাবে দৰা চাই, ছাৰৰ ঘৰতে ছোৱালী দেখুৱাই বিয়াখনো আগবঢ়াই দিছিল। ভালেমান দিনলৈকে ছাৰে মোক সুধিছিল 'আৰ ইউ হেপী উইথ দ্ বয়?

এসময়ত মোৰ সংসাৰখন কিছু থিতাপি লগাত পি. এইচ. ডি. কৰাৰ কথা ভাবিবৰ হ'ল। এইবাৰো ছাৰৰ পৰামৰ্শ তত্ত্বাৱধান আৰু নিৰ্দেশনা আমাৰ পাথেয় হ'ল। তাৰ পৰৱৰ্তী কালছোৱাতো বিভিন্ন বিদ্যায়তনিক প্ৰচেষ্টাত ছাৰৰ পৰা পোৱা উৎসাহ আৰু অনুপ্ৰেৰণা সদায় পৰম কৃতজ্ঞতাৰে স্বীকাৰ কৰো।

ঠিক তেনেদৰে অকপটে স্বীকাৰ কৰো খুৰীৰ শক্তিশালী ব্যক্তিত্বৰ প্ৰভাৱ। সকলোৱে বাইদেউ বোলা ৩২ নং আবাসৰ গৃহলক্ষ্মীগৰাকীক বোধকৰো তেখেতৰ বয়স, গাম্ভীৰ্য আৰু ব্যক্তিত্ব আদিৰ বাবেই মই খুৰী বুলিবলৈ ভাল পাইছিলো। বিভিন্ন সময়ত বিভিন্ন বিদ্যায়তনিক সহায় বিচাৰি ছাৰৰ ঘৰলৈ যাওঁতে খুৰীক লক্ষ্য কৰিছিলো আৰু অনুভৱ কৰিছিলো খুৰীৰ ওপৰত সেই পৰিয়ালৰ প্ৰতিজন সদস্যৰ আবেগিক নিৰ্ভৰশীলতা, প্ৰত্যেকৰে সৰ্বাঙ্গীন মংগলৰ বাবে তেখেতৰ তৎপৰতা, প্ৰত্যেকৰে সুকীয়া সুকীয়া কামৰ প্ৰতি তেখেতৰ সহযোগিতা আৰু লগতে দায়িত্বশীলতা। লক্ষ্য কৰিছিলো স্বামী আৰু সন্তানৰ সৰ্বাঙ্গীন উৎকৰ্ষৰ বাবে পত্নী আৰু

মাতৃৰ কিমানখিনি ইন্‌ভলভ্‌মেণ্টৰ আৰু কিমানখিনি সংযমপূৰ্বক ইচ্ছাশক্তিৰ প্ৰয়োজন। তাক সচেতনে আয়ত্ব কৰিবলৈ চেষ্টা কৰিছিলো। এই ক্ষুদ্ৰাবয়ব ৰচনাটি সুবিধা লৈ এই উপলব্ধি স্বীকাৰ নকৰিলে মোৰ আত্মপ্ৰবঞ্চনা হ'ব বুলি ভাবো।

গুৰুৰ ঋণ সুজিব নোৱাৰি। কেৱল সেই ঋণৰ বোজা মুকলি মনেৰে স্বীকাৰ কৰোঁ আৰু বিভিন্ন সময়ত ছাত্ৰৰ পৰা পোৱা পৰামৰ্শাৱলী গুৰু-নিৰ্মালিৰূপে শিৰোধাৰ্য কৰোঁ। ভগৱানে ছাত্ৰ আৰু খুৰীক আয়ু, আৰোগ্য আৰু ঐশ্বৰ্য প্ৰদান কৰে যেন—একান্তভাৱে এয়ে প্ৰাৰ্থনা কৰোঁ।

***

# আমার চোখে ডঃ মুকুন্দ মাধব শর্মা স্যার

**অজয় কুমার সৎপতি**

প্রত্যেক মানুষের জীবনের যাত্রাপথে অসংখ্য মানুষের সমাগম ঘটে। তাদের মধ্যে বেশীর ভাগই হয় শেওলার মত কেবল উপরেই ভাসমান। খুব কমই হয় পাদ্মের মত ভিতরে বদ্ধমূল। ডঃ মুকুন্দমাধব শর্মা স্যার পদ্মের মত। স্যারের মত কোমল হৃদয় বিশিষ্ট, ছাত্রদরদী শিক্ষক বর্তমান শিক্ষক সমাজে দুর্লভ। আমি যখন ১৯৬৯-৭০ সালে স্নাতকোত্তর সংস্কৃত বিভাগে ভর্তির একই সুযোগের অপেক্ষায় ছিলাম ও দারিদ্র্যের জ্বালায় জ্বলছিলাম এবং হতাশার অন্ধকাৰে নিমজ্জমান হয়ে পড়েছিলাম সেই সময় ডঃ শর্মা স্যারের মত একজন উজ্জ্বল জ্যোতিষ্ক আমাকে আলোর পথ দেখালেন। এত সুন্দর সহজ সরলভাবে তিনি ক্লাসে পড়াতেন যে বাড়ীতে খুব একটা পড়ার প্রয়োজন হত না। তিনি যেমন সংস্কৃতে তেমনি ইংৰেজীতেও ছিলেন সাবলীল। তিনি ছিলেন ভীষণ মধুৰ ও ভীষণ কড়া। ক্লাসে অমনোযোগী হওয়ার উপায় ছিল না। তাঁৰ এবং বাইদেউ এর (স্যারের পত্নী) কল্যাণ স্পর্শে আমি স্নাতকোত্তর ডিগ্রী অর্জন করেছিলাম। উনি যদি সেই সময় মুখ ফিরিয়ে থাকতেন, আমাকে সম্পূণ দুই বৎসরের জন্য ওনার পরিবারের এক জন আত্মীয় সদস্য রূপে ওনাৰ ঘরেই ওনাৰ অন্নজল গ্রহণ করিয়া ওনার ঘরেই থাকিতে আশ্রয় না দেতেন তাহলে আমার মত একজন দরিদ্র বাঙালী ছাত্রের পক্ষে স্নাতকোত্তর ডিগ্রী অর্জন করা স্বপ্নই থেকে যেত তা কখনো বাস্তবে পরিণত হত না। আমি জীবনে কোনদিন তাঁর ও তাঁর পরিবারের ঋণ অস্বীকার করতে পারবো না। তিনি যদিও আমার নয়ন সম্মুখে নেই কিন্তু রয়েছেন 'নয়নে নয়নে'। তিনি আমার পিতৃতুল্য ও গুরুদেব। আর বাইদেউ এর মত স্নেহময়ী মাতার কাছে আমি চিরকৃতজ্ঞ। ডঃ শর্মা স্যারের তিন কন্যা (রুমি, রিমি, লন) তাদের সহজ, সরল, ভদ্র ব্যবহারের তুলি দিয়ে আমার মনের মণিকোঠায় এক মধুৰ স্মৃতি অঙ্কিত করেছে। যদিও তারা এখন জীবনে সুপ্রতিষ্ঠিত কিন্তু তাদের সেই ছোট, কোমল মুখগুলো আমার কাছে সদা জাগুরুক। বর্তমান বার্ধক্য জনিত অসুস্থতার জন্য শর্মা স্যার একই দুর্বল হয়ে পড়েছেন কিন্তু তার মন এখনো সবুজ, তাঁর মনকে বার্ধক্য এখনো গ্রাস করতে পারে নি। আমি পরম পিতা পরমেশ্বরের কাছে তাঁর দীর্ঘ ও সুস্থ জীবন প্রার্থনা করি।